# সংস্কৃত ভাষাপ্ৰদীপ ব্যাকৰণ



অধ্যাপক শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা, এম-এ.
সাহিত্যপুৰাণশাস্ত্ৰী।

*Approved by the D. P. I., Assam as a text book for Classes VII & VIII of High Schools. Vide Assam Gazette Notification.*

**SANSKRIT**

# BHASAPRADIP VYAKARAN

## PARTS I & II

By

**Prof. RAJANIKANTA DEVSARMA** M.A.,

Sahitya-Puranasastri

*Head of the Department of Sanskrit,*

COTTON COLLEGE, GAUHATI

PRICE Rs. 2-8-0

**LAWYER'S BOOK STALL**

**PANBAZAR**

**GAUHATI**

*Published by*
B. N. Dutta Baruah, B.L.
*Advocate,*
LAWYER'S BOOK STALL
Gauhati, Assam

*First Edition : January, 1954*
*Second Edition : April, 1955*
*Third Edition : Nov., 1957*

*Printed by*
K. C. Pal
NABAJIBAN PRESS
66, Grey Street, Calcutta-

# নিবেদন

শিক্ষাবিভাগৰ নতুন পাঠ্যক্ৰম অনুসৰি হাইস্কুলৰ সপ্তম আৰু অষ্টম মানৰ উপযোগী কৰিবলৈ চেষ্টা কৰি এই সংস্কৃত ব্যাকৰণখনি প্ৰস্তুত কৰা হৈছে। সপ্তম আৰু অষ্টম মানৰ পাঠ্য পৃথক কৰি কিতাপখন দুই ভাগত সম্পূৰ্ণ কৰা হৈছে।

নতুন শিক্ষাৰ্থীৰ মনত যাতে সংস্কৃত ব্যাকৰণ আৰু ভাষাৰ প্ৰতি ভয় এটাৰ সৃষ্টি নহয় তালৈ লক্ষ্য ৰাখি কিতাপখনিত আদিৰপৰা অন্তলৈ সহজে গ্ৰহণ কৰিব পৰাকৈ কথাবোৰ সজোৱা হৈছে। ণত্ব আৰু ষত্ব-বিধি পাঠ্যৰ অন্তৰ্গত আছে সঁচা, কিন্তু ব্যতিক্ৰম আৰু প্ৰতিপ্ৰসবেৰে ভৰা ণত্ব আৰু ষত্ব বিধানৰ আলোচনা নতুন শিক্ষাৰ্থীৰ গ্ৰহণীয় হব নোৱাৰে বুলি বিশ্বাস কৰি কেৱল মূল নিয়ম কেইটাৰ প্ৰতিহে ছাত্ৰৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে।

শব্দৰূপ শিকা কামটো ছাত্ৰৰ মনত বৰ নীৰস লাগে, আৰু অভিজ্ঞতাৰপৰা দেখা গৈছে যে বহুত ছাত্ৰৰ মন তাতেই টেঁঙাই যায়। এই অৱস্থাৰ কিঞ্চিৎ উন্নতিকল্পে আদিৰপৰাই দুই চাৰিটাকৈ সৰল ধাতুৰূপো সন্নিবেশিত কৰি নতুন নতুন শব্দবোৰ শিকাৰ লগে লগে ছাত্ৰসকলে যেন তাৰ প্ৰয়োগো শিকিব পাৰে তাৰ বাবে আদৰ্শ আৰু অনুশীলনৰ জৰীয়তে চেষ্টা কৰা হৈছে। অনুশীলনবোৰ সজাওঁতে ছাত্ৰই যেন পিচলৈ আলোচিত হবলগীয়া কোনো কথাই আগতে পাই উজুটি খাই নপৰে তালৈ খুব সতৰ্ক দৃষ্টি ৰখা হৈছে।

প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থবোৰৰপৰা সৰল আৰু চুটি চুটি বাক্য বা বাক্যাংশবোৰ অনুশীলনবোৰত তুলি দিয়া হৈছে—এই আশাতে যে, কোনো নিয়মৰ মাজেদি ভাষা শিকাতকৈ প্ৰয়োগৰ জৰীয়তে শিকা বেছি ফলপ্ৰদ। সপ্তম মানৰ পাঠ্যৰ অনুশীলনবোৰত অশুদ্ধ-শুধৰণি দিয়া হোৱা নাই:; প্ৰথম শিকাৰুক এটা ভাষাৰ জ্ঞান দিবলৈ যাওঁতে তাৰ অশুদ্ধ গঠনবোৰলৈ তেওঁলোকৰ দৃষ্টি আকৰ্ষণ নকৰাই ভাল যেন পাওঁ; কৰিলে তাৰ ফলত অনেক ক্ষেত্ৰত অশুদ্ধটোৱে ছাত্ৰৰ মনত বৈ যায়।

ব্যাকৰণৰ সূত্ৰ প্ৰায় দিয়া হোৱা নাই, কিয়নো ব্যাকৰণৰ দুৰূহ সূত্ৰৰ মেৰপাকত পৰি ন-শিকাৰুৱে ভাষা শিকা টান। কাৰক, বিভক্তি আৰু তদ্ধিত প্ৰকৰণত কেইটামান সূত্ৰৰ উল্লেখ কৰা হৈছে; সেই সূত্ৰবোৰ সহজ আৰু তাৰ দ্বাৰা কথাবোৰ মনত ৰাখিবলৈ উজু হব যেন পাইহে দিয়া হৈছে। সূত্ৰ আৰু কৃৎ-তদ্ধিতাদি প্ৰত্যয়ৰ নামবোৰ পাণিনি-ব্যাকৰণপৰা দিয়া হৈছে; কাৰণ পাণিনি ব্যাকৰণেই মূল, আৰু পিচলৈ যিসকলে সংস্কৃত সাহিত্য পঢ়িব এই জ্ঞান তেওঁলোকৰ উপকাৰত আহিব। য'ত পাণিনিৰ সূত্ৰ জটিল, তাত সূত্ৰই দিয়া হোৱা নাই। একাধিক ব্যাকৰণৰ সূত্ৰ সানমিহলি কৰিলে ছাত্ৰৰ মনত বিশৃঙ্খলা সৃষ্টি কৰাহে হব যেন পাওঁ।

অসম শিক্ষাবিভাগৰ নিযুক্ত বিশেষজ্ঞসকলে এই গ্ৰন্থ পৰীক্ষা কৰি যিবোৰ ক্ৰটী-বিচ্যুতি আঙুলিয়াই দিছে সেইবোৰ যথাসাধ্য দূৰ কৰা হৈছে আৰু গ্ৰন্থৰ উন্নতিকল্পে তেখেতসকলে দিয়া পৰামৰ্শবোৰ গ্ৰহণ কৰিবলৈ পাই পৰম কৃতজ্ঞ বোধ কৰিছোঁ। গুৱাহাটীৰ প্ৰসিদ্ধ গ্ৰন্থ-প্ৰকাশক আৰু বিক্ৰেতা শ্ৰীযুক্ত বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা বি-এল, এড্‌ভোকেট ডাঙৰীয়াৰ ওচৰতো কৃতজ্ঞ থাকিলোঁ। তেখেতৰ সাহ, উৎসাহ আৰু সাহায্য নহলে, এই কিতাপ হয়তো প্ৰকাশ নাপালেহেঁতেন।

অৱশেষত, শিক্ষক মহোদয়সকলৰ ওচৰত এটি বিশেষ অনুৰোধ এই যে এই গ্ৰন্থৰ সহায়ত শিক্ষা দান কৰোঁতে ইয়াৰ যিবোৰ আঁসোৱাহ লক্ষ্য কৰে, সেইবোৰ অনুগ্ৰহ কৰি মোক জনাই বাধিত কৰে যেন। ইতি

বিনীত

**গ্ৰন্থকাৰ**

# সূচীপত্র

## প্ৰথম ভাগ ( সপ্তম মানৰ পাঠ্য )

## দ্বিতীয় ভাগ ( অষ্টম মানৰ পাঠ্য )

# সংস্কৃত

# ভাষাপ্ৰদীপ ব্যাকৰণ

## প্ৰথম ভাগ

[ ৭ম মানৰ পাঠ্য ]

## সংস্কৃত বৰ্ণমালা

অসমীয়াৰ দৰে সংস্কৃত ভাষাতো বৰ্ণ দুই প্ৰকাৰৰ—**স্বৰ** আৰু **ব্যঞ্জন**।

### স্বৰবৰ্ণ

যিবোৰ বৰ্ণ আন বৰ্ণৰ আশ্ৰয় নোলোৱাকৈ উচ্চাৰণ কৰিব পাৰি সেইবোৰক স্বৰবৰ্ণ বোলে। সংস্কৃত ব্যাকৰণত স্বৰবৰ্ণক **অচ্** ও বোলে। অ, ই, উ, ঋ, ঌ, আ, ঈ, ঊ, ৠ, এ, ঐ, ও, ঔ—সৰ্ব্বমুঠ এই তেৰটা স্বৰবৰ্ণ। ইয়াৰে প্ৰথম পাঁচোটা **হ্ৰস্বস্বৰ** আৰু শেষৰ আঠোটা **দীৰ্ঘস্বৰ**।

## ব্যঞ্জনবৰ্ণ

স্বৰবৰ্ণৰ সহায় নহলে যিবোৰ বৰ্ণ উচ্চাৰণ কৰিব নোৱাৰি সেইবোৰক **ব্যঞ্জনবৰ্ণ** বোলে। ব্যঞ্জনবৰ্ণৰ আন এটা নাম **হল্**। ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ঞ, ট, ঠ, ড, ঢ, ণ, ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, য, ৰ, ল, ৱ, শ, ষ, স, হ, ং, ঃ এই পয়ত্ৰিশটা **ব্যঞ্জন** বা **হল্‌বৰ্ণ**। আমি যেতিয়া 'ক' এই ব্যঞ্জনবৰ্ণটো উচ্চাৰণ কৰোঁ, তেতিয়া 'ক'ৰ লগতে 'অ'ও উচ্চাৰণ কৰোঁ। স্বৰবৰ্ণ লগত নথকা ব্যঞ্জনবৰ্ণ লিখিব লাগিলে তলত এটা ( ্ হসন্ত ) চিন দিয়া হয়; যেনে—ক্, খ্, গ্ ইত্যাদি।

ওপৰৰ ব্যঞ্জনবৰ্ণবিলাকৰ মাজত 'ক'ৰপৰা 'ম'লৈকে এই পঁচিশটাক **স্পৰ্শবৰ্ণ** বোলে। স্পৰ্শবৰ্ণ বোলাৰ কাৰণ হৈছে, এই বৰ্ণবোৰ উচ্চাৰণ হওঁতে জিভাৰ কোনো এটা অংশ স্পৰ্শ কৰে। পঁচিশটা স্পৰ্শবৰ্ণ আকৌ পাঁচোটা **বৰ্গ** বা শ্ৰেণীত বিভক্ত হয়:—

ক, খ, গ, ঘ, ঙ—**ক-বৰ্গ**
চ, ছ, জ, ঝ, ঞ—**চ-বৰ্গ**
ট, ঠ, ড, ঢ, ণ—**ট-বৰ্গ**
ত, থ, দ, ধ, ন—**ত-বৰ্গ**
প, ফ, ব, ভ, ম—**প-বৰ্গ**

য ৰ ল ৱ—এই চাৰিটাক **অন্তঃস্থবৰ্ণ** বোলে। অন্তঃস্থ অৰ্থাৎ মাজত থকা। ইহঁত স্পৰ্শ আৰু উষ্মবৰ্ণৰ মাজত আছে।

শ ষ স হ—এই চাৰিটাক **উষ্মবৰ্ণ** বোলে। উষ্ম শব্দৰ অৰ্থ

গৰম বা বাষ্প। এই চাৰিটা উচ্চাৰণ হওঁতে বেছিকৈ মুখৰ বাষ্প ওলায়।

ং ( অনুস্বাৰ ) আৰু ঃ ( বিসৰ্গ )—এই দুই বৰ্ণক **অযোগবাহ বৰ্ণ** বোলে।

সংস্কৃত ভাষাত ড, ঢ—এই আখৰ দুটা যদি দুটা স্বৰবৰ্ণৰ মাজত ব্যৱহাৰ হয় তেতিয়া ইহঁতৰ উচ্চাৰণ ক্ৰমে 'ৰ', আৰু "ৰ্হ"ৰ দৰে হয়; দাড়িম্ব, ইড়া, দৃঢ়, সোঢ় ইত্যাদি। অসমীয়াত ড আৰু ঢৰ তলত বিন্দু দি এই উচ্চাৰণ বুজোৱা হয়।

---

# বৰ্ণৰ উচ্চাৰণ-স্থান

১। অ আ ক্ খ্ গ্ ঘ্ ঙ্—ইহঁতৰ উচ্চাৰণ ঠাই কণ্ঠ; সেই কাৰণে এই কেইটাক **কণ্ঠ্যবৰ্ণ** বোলে।

২। ই ঈ চ্ ছ্ জ্ ঝ্ ঞ্ য্ শ্—ইহঁতৰ উচ্চাৰণৰ ঠাই তালু; সেই কাৰণে এই কেইটাক **তালব্যবৰ্ণ** বোলা হয়।

৩। ঋ ৠ ট্ ঠ্ ড্ ঢ্ ণ্ ৰ্ ষ্—ইহঁতৰ উচ্চাৰণৰ ঠাই মূৰ্ধা অৰ্থাৎ তালুৰ ওপৰ ভাগ; সেই কাৰণে এই কেইটাক **মূৰ্ধন্যবৰ্ণ** বোলে।

৪। ঌ ত্ থ্ দ্ ধ্ ন্ ল্ স্—ইহঁতৰ উচ্চাৰণৰ ঠাই দন্ত ( অৰ্থাৎ ওপৰ পাৰি দাঁতৰ আলু ); সেই কাৰণে এই কেইটাক **দন্ত্যবৰ্ণ** বোলে।

৫। উ ঊ প্ ফ্ ব্ ভ্ ম্—ইহঁতৰ উচ্চাৰণৰ ঠাই ওষ্ঠ ( ওঠ ); সেই কাৰণে ইহঁতক **ওষ্ঠ্যবৰ্ণ** বোলে।

৬। এ ঐ—এই দুটা বৰ্ণৰ উচ্চাৰণৰ ঠাই কণ্ঠ আৰু তালু; সেই কাৰণে ইহঁতক **কণ্ঠতালব্যবৰ্ণ** বোলে।

৭। ও ঔ—এই দুটা বৰ্ণৰ উচ্চাৰণৰ ঠাই কণ্ঠ আৰু ওষ্ঠ; সেই কাৰণে ইহঁতক **কণ্ঠৌষ্ঠ্যবৰ্ণ** বোলে।

৮। ৱ্—ইয়াৰ উচ্চাৰণৰ ঠাই দন্ত আৰু ওষ্ঠ; সেই কাৰণে ইয়াক **দন্তৌষ্ঠ্যবৰ্ণ** বোলে।

৯। ং—ইয়াৰ উচ্চাৰণৰ ঠাই মুখ আৰু নাসিকা ( নাক ); সেই কাৰণে ইয়াক **অনুনাসিকবৰ্ণ** বোলে।

১০। ঃ—ইয়াৰ উচ্চাৰণৰ নিৰ্দ্দিষ্ট ঠাই নাই। যি বৰ্ণৰ পাচত ব্যৱহাৰ হয় তাৰ উচ্চাৰণৰ ঠায়ে বিসৰ্গৰো উচ্চাৰণৰ ঠাই। যাক আশ্ৰয় কৰি উচ্চাৰিত হয় তাৰে স্থান লয় কাৰণে বিসৰ্গক **আশ্ৰয়-স্থানভাগী** বোলে।

১১। ঙ্ ঞ্ ণ্ ন্ ম্—এই পাঁচোটা বৰ্ণৰ কণ্ঠ্য, তালব্য আদি উচ্চাৰণৰ উপৰিও, নাকৰ সহায়তো উচ্চাৰণ হয়। সেইকাৰণে ইহঁতক **অনুনাসিকবৰ্ণ**ও বোলে।

## অনুশীলন

১। বৰ্ণ কেই প্ৰকাৰ? স্বৰবৰ্ণ আৰু ব্যঞ্জন বৰ্ণৰ লক্ষণ আৰু পৰস্পৰ প্ৰভেদ কি?

২। ঃ ( বিসৰ্গ ) আৰু ং ( অনুস্বাৰ ) স্বৰ নে ব্যঞ্জন? যুক্তি দেখুৱাই উত্তৰ দিয়া।

৩। উষ্ম বৰ্ণ কি কি, আৰু সিইঁতক উষ্ম বৰ্ণ বোলাৰ কাৰণ কি ?

৪। বৰ্গীয় বৰ্ণৰ আৰু এটা নাম কি ? সেই নাম হোৱাৰ কাৰণ কি ?

৫। তলৰ বৰ্ণবোৰৰ উচ্চাৰণৰ ঠাই নিৰ্ণয় কৰা :—

ই, প, য্, স, ট্, ছ্, দ্।

---

# সংজ্ঞা আৰু পৰিভাষা প্ৰকৰণ

**প্ৰকৃতি**—যিবিলাকে ক্ৰিয়া, বস্তু বা বস্তুৰ বিশেষণক বুজায় তাৰ নাম প্ৰকৃতি। প্ৰকৃতি দুই প্ৰকাৰ—ধাতু আৰু প্ৰাতিপদিক।

**ধাতু**—যিয়ে ক্ৰিয়া বুজায় তাক ধাতু বোলে ; যেনে—ভূ, কৃ, গম্, শ্ৰু ইত্যাদি।

**প্ৰাতিপদিক**—যাৰ অৰ্থ আছে, কিন্তু ধাতু বা প্ৰত্যয়ক নুবুজায়, তাক প্ৰাতিপদিক বোলে। বস্তু আৰু তাৰ বিশেষণেই প্ৰাতিপদিক ; যেনে—গৃহ, বৃক্ষ, শীত, উষ্ণ ইত্যাদি।

**প্ৰত্যয়**—ধাতু আৰু প্ৰাতিপদিকৰ অন্তত যিবিলাকৰ যোগ হয় তাক প্ৰত্যয় বোলে।

**বিভক্তি**—তি তস্ অন্তি, আদি যিবোৰে ধাতুৰ অন্তত যোগ হৈ ক্ৰিয়াপদ কৰে আৰু সু ঔ জস্ আদি যিবোৰে প্ৰাতিপদিকৰ পাচত যোগ হৈ সুবন্ত পদ কৰে সেইবোৰক বিভক্তি বোলে। ইও এবিধ প্ৰত্যয়।

**সুপ্**—সু ঔ জস্ আদি প্ৰাতিপদিকৰ পাচত ব্যৱহাৰ হোৱা বিভক্তিবোৰৰ নাম সুপ্।

**তিঙ্**—তি তস্ অন্তি আদি ধাতুৰ পাচত ব্যৱহাৰ হোৱা বিভক্তিবোৰৰ নাম তিঙ্।

**পদ**—বিভক্তি যোগ হোৱাৰ পাচত প্ৰাতিপদিক আৰু ধাতুৱে পদ নাম পায়; যেনে—নৰ এটা প্ৰাতিপদিক, কিন্তু নৰঃ এটা পদ। সেইদৰে, ভূ এটা ধাতু, কিন্তু ভৱতি এটা পদ।

সংস্কৃতত পদ পাঁচ বিধ—বিশেষ্য, বিশেষণ, সৰ্ব্বনাম, অব্যয় আৰু ক্ৰিয়া।

**কৃৎ**—ধাতুৰ নিজ অৰ্থত তব্য, অনীয়, ল্যপ্ আদি যিবোৰ তাৰ শেষত যোগ হৈ নতুন প্ৰাতিপদিক ৰচিত হয়—সেইবোৰ কৃৎ-প্ৰত্যয়।

**তদ্ধিত**—প্ৰাতিপদিকৰ শেষত যোগ হোৱা প্ৰত্যয়বোৰৰ নাম তদ্ধিত।

**গুণ**—ই ঈৰ ঠাইত এ, উ ঊৰ ঠাইত ও, ঋ ৠৰ ঠাইত অৰ্ আৰু ঌৰ ঠাইত অল্ হোৱাকে স্বৰৰ গুণ হোৱা বোলে।

**বৃদ্ধি**—অৰ ঠাইত আ, ই ঈৰ ঠাইত ঐ, উ ঊৰ ঠাইত ঔ, আৰু ঋ ৠৰ ঠাইত আৰ্ হোৱাকে স্বৰৰ বৃদ্ধি হোৱা বোলে।

## অনুশীলন

১। পদ কাক বোলে আৰু কেই প্ৰকাৰ?

২। ধাতু আৰু প্ৰাতিপদিকৰ প্ৰভেদ কি? উদাহৰণ দি বুজাই লিখা।

৩। গুণ আৰু বৃদ্ধি কাক বোলে?

# সন্ধি-প্ৰকৰণ

**সন্ধি**—দুটা বৰ্ণ বৰ ওচৰা-ওচৰিকৈ উচ্চাৰিত হ'লে দুয়োটাৰ মাজত একপ্ৰকাৰ মিল হয়; এই মিলনকে সন্ধি বোলে। সন্ধি দুই প্ৰকাৰ*—**স্বৰসন্ধি** আৰু **ব্যঞ্জনসন্ধি**। এটা স্বৰবৰ্ণৰ লগত আন এটা স্বৰবৰ্ণৰ যি মিলন সেয়ে স্বৰসন্ধি। আকৌ, এটা ব্যঞ্জনবৰ্ণৰ লগত আন এটা ব্যঞ্জনবৰ্ণৰ, নাইবা এটা ব্যঞ্জনবৰ্ণৰ লগত এটা স্বৰবৰ্ণৰ যি মিলন সেয়ে ব্যঞ্জনসন্ধি।

## স্বৰসন্ধি

১। অকাৰৰ পাচত অকাৰ নাইবা আকাৰ থাকিলে দুইটাই মিলি আকাৰ হয়। আকাৰ আগৰ আখৰৰ লগত যোগ হয়; যেনে—

| | |
|---|---|
| অ-অ—আ | অ-আ—আ |
| দেৱ-অঙ্গনা—দেৱাঙ্গনা | ৰত্ন-আকৰঃ—ৰত্নাকৰঃ |
| পৰ-অন্নম্—পৰান্নম্ | কুশ-আসনম্—কুশাসনম্। |

২। আকাৰৰ পাচত অকাৰ নাইবা আকাৰ থাকিলে দুইটাই মিলি আকাৰ হয়; আকাৰ আগৰ আখৰৰ লগত যোগ হয়; যেনে—

| | |
|---|---|
| আ-অ—আ | আ-আ—আ |
| মহা-অদ্ভুতম্—মহাদ্ভুতম্ | ৱিদ্যা-আলয়ঃ—ৱিদ্যালয়ঃ |
| গুহা-অন্তঃ—গুহান্তঃ | ক্ষুধা-আতুৰঃ—ক্ষুধাতুৰঃ |

---

* কাৰো কাৰো মতে বিসৰ্গসন্ধি বুলি তৃতীয় প্ৰকাৰ সন্ধিও হয়। কিন্তু বিসৰ্গও এটা ব্যঞ্জনবৰ্ণ ই। গতিকে বিসৰ্গসন্ধিও ব্যঞ্জনসন্ধিৰে অন্তৰ্গত।

৩। যদি ইকাৰৰ পাচত ই বা ঈ থাকে দুইটাই মিলি ঈকাৰ হয়; ঈকাৰ আগৰ আখৰৰ লগত যোগ হয়; যেনে—

| ই-ই—ঈ | ই-ঈ—ঈ |
|---|---|
| গিৰি-ইন্দ্ৰঃ—গিৰীন্দ্ৰঃ | প্ৰতি-ঈক্ষা—প্ৰতীক্ষা |
| অভি-ইষ্টম্—অভীষ্টম্ | ক্ষিতি-ঈশ্বৰঃ—ক্ষিতীশ্বৰঃ |

৪। যদি ঈকাৰৰ পাচত ই বা ঈ থাকে দুইটাই মিলি ঈকাৰ হয়; ঈকাৰ আগৰ আখৰৰ লগত যোগ হয়; যেনে—

| ঈ-ই—ঈ | ঈ-ঈ—ঈ |
|---|---|
| মহতী-ইচ্ছা—মহতীচ্ছা | পৃথিৱী-ঈশ্বৰঃ—পৃথিৱীশ্বৰঃ |
| দেৱী-ইয়ম্—দেৱীয়ম্ | মহী-ঈশঃ—মহীশঃ |

৫। যদি উকাৰৰ পাচত উ বা ঊ থাকে দুইটাই মিলি ঊকাৰ হয়; ঊকাৰ আগৰ আখৰৰ লগত যোগ হয়. যেনে—

| উ-উ—ঊ | উ-ঊ—ঊ |
|---|---|
| কটু-উক্তিঃ—কটূক্তিঃ | পৃথু-ঊৰুঃ—পৃথূৰুঃ |
| গুৰু-উচ্ছিষ্টম্—গুৰূচ্ছিষ্টম্ | লঘু-ঊৰ্মি - লঘূৰ্মিঃ |

৬। যদি ঊকাৰৰ পাচত উ বা ঊ থাকে দুইটাই মিলি ঊকাৰ হয় আৰু ঊকাৰ আগৰ আখৰৰ লগত যোগ হয়; যেনে—

| ঊ-উ—ঊ | ঊ-ঊ—ঊ |
|---|---|
| বধূ-উচ্চাৰণন্—বধূচ্চাৰণম্ | ভূ-ঊৰ্দ্ধম্—ভূৰ্দ্ধম্ |

৭। ঋকাৰৰ পাচত ঋকাৰ থাকিলে দুইটাই মিলি ৠকাৰ হয় আৰু ৠকাৰ আগৰ আখৰত যোগ হয়; যেনে—

ঋ-ঋ—ৠ

| | |
|---|---|
| পিতৃ-ঋণম্—পিতৄণম্ | ভ্ৰাতৃ-ঋদ্ধিঃ—ভ্ৰাতৄদ্ধিঃ |

৮। অকাৰৰ পাচত ই বা ঈ থাকিলে, দুইটাই মিলি একাৰ হয় আৰু একাৰ আগৰ আখৰত যোগ হয় ; যেনে—

| অ-ই—এ | অ-ঈ—এ |
| --- | --- |
| নৰ-ইন্দ্ৰঃ—নৰেন্দ্ৰঃ | দেৱ-ঈশ্বৰঃ—দেৱেশ্বৰঃ |
| তৱ-ইদম্—তৱেদম্ | গণ-ঈশঃ—গণেশঃ |

৯। আকাৰৰ পাচত ই বা ঈ থাকিলে দুইটাই মিলি একাৰ হয় আৰু এই একাৰ আগৰ আখৰত যোগ হয় ; যেনে—

| আ-ই—এ | আ-ঈ—এ |
| --- | --- |
| মহা-ইন্দ্ৰঃ—মহেন্দ্ৰঃ | উমা-ঈশঃ—উমেশঃ |
| শুভা-ইচ্ছা—শুভেচ্ছা | মহা-ঈশ্বৰঃ—মহেশ্বৰঃ |

১০। অকাৰৰ পাচত উ বা ঊ থাকিলে দুইটাই মিলি ওকাৰ হয় আৰু ওকাৰ আগৰ আখৰত যোগ হয় ; যেনে—

| অ-উ—ও | অ-ঊ—ও |
| --- | --- |
| চন্দ্ৰ-উদয়ঃ—চন্দ্ৰোদয়ঃ | এক-ঊনৱিংশতিঃ—একোনৱিংশতিঃ |
| শীত-উষ্ণম্—শীতোষ্ণম্ | তৱ-ঊৰুঃ—তৱোৰুঃ |

১১। আকাৰৰ পাচত উ বা ঊ থাকিলে দুইটাই মিলি ওকাৰ হয় ; ওকাৰ আগৰ আখৰত যোগ হয় ; যেনে—

| আ-উ—ও | আ-ঊ—ও |
| --- | --- |
| এষা-উপমা—এষোপমা | ৰম্ভা-ঊৰুঃ—ৰম্ভোৰুঃ |
| মহা-উৎসৱঃ—মহোৎসৱঃ | মহা-ঊৰ্মিঃ—মহোৰ্মিঃ |

১২। অকাৰ নাইবা আকাৰৰ পাচত ঋ থাকিলে দুইটাই মিলি অৰ্ হয়; অ আগৰ আখৰত যোগ হয়, ৰ্ ৰেফ হৈ পাচৰ আখৰৰ ওপৰত বহে; যেনে—

| অ-ঋ—অৰ্ | আ-ঋ—অৰ্ |
| --- | --- |
| ৱসন্ত-ঋতুঃ—ৱসন্তৰ্তুঃ | মহা-ঋষিঃ—মহৰ্ষিঃ |
| পুৰুষ-ঋষভঃ—পুৰুষৰ্ষভঃ | শুভা-ঋদ্ধিঃ—শুভৰ্দ্ধিঃ |

১৩। অকাৰৰ পাচত এ বা ঐ থাকিলে দুইটাই মিলি ঐকাৰ হয় আৰু ঐকাৰ আগৰ আখৰত যোগ হয়; যেনে—

| অ-এ—ঐ | অ-ঐ—ঐ |
| --- | --- |
| তৱ-এৱ—তবৈৱ | মত-ঐক্যম্—মতৈক্যম্ |
| এক-একম্—একৈকম্ | তৱ-ঐশ্বৰ্য্যম্—তৱৈশ্বৰ্য্যম্ |

১৪। আকাৰৰ পাচত এ বা ঐ থাকিলে দুইটাই মিলি ঐকাৰ হয় আৰু ঐকাৰ আগৰ আখৰত যোগ হয়; যেনে—

| আ-এ—ঐ | আ-ঐ—ঐ |
| --- | --- |
| সদা-এৱ—সদৈৱ | মহা-ঐক্যম্—মহৈক্যম্ |
| কথা-এষা—কথৈষা | |

১৫। অকাৰৰ পাচত ও বা ঔ থাকিলে দুইটাই মিলি ঔকাৰ হয় আৰু ঔকাৰ আগৰ আখৰত যোগ হয়; যেনে—

| অ-ও—ঔ | অ-ঔ—ঔ |
| --- | --- |
| সিদ্ধ-ওদনন—সিদ্ধৌদনম্ | চিত্ত-ঔদাৰ্য্যম্—চিত্তৌদাৰ্য্যম্ |
| দন্ত্য-ওষ্ঠ্যাঃ—দন্ত্যৌষ্ঠ্যাঃ | মম-ঔদাসীন্যম্—মমৌদাসীন্যম্ |

১৬। আকাৰৰ পাচত ও বা ঔ থাকিলে দুইটাই মিলি ঔ হয় আৰু ঔকাৰ আগৰ আখৰত যোগ হয়; যেনে—

| আ-ও—ঔ | আ-ঔ—ঔ |
|---|---|
| মহা-ওজঃ—মহৌজঃ | মহা-ঔষধম্—মহৌষধম্ |
| শৰ্কৰা-ওদনম্—শৰ্কৰৌদনম্ | গঙ্গা-ঔঘঃ (বানপানী)—গঙ্গৌঘঃ |

১৭। আন স্বৰবৰ্ণ পাচত থাকিলে ই আৰু ঈৰ ঠাইত য হয়; য্ ্য-কাৰ হৈ আগৰ আখৰত যোগ হয়; যেনে—

| ই— | ঈ— |
|---|---|
| অতি-অদ্ভুতম্—অত্যদ্ভুতম্ | নদী-অম্বু—নদ্যম্বু |
| প্ৰতি-আশা—প্ৰত্যাশা | ভগিনী-আদৰঃ—ভগিন্যাদৰঃ |
| অভি-উদয়ঃ—অভ্যুদয়ঃ | দেৱী-উৱাচ—দেব্যুৱাচ |
| ত্ৰি-এতি—ত্ৰ্যেতি | কুমাৰী-এষা—কুমাৰ্য্যেষা |

১৮। আন স্বৰবৰ্ণ পাচত থাকিলে উ আৰু ঊৰ ঠাইত ৱ হয়; ৱ্ আগৰ আখৰত যোগ হয়; যেনে—

| উ— | ঊ— |
|---|---|
| সু-অচ্ছম্—স্বচ্ছম্ | ৱধূ-আলাপঃ—বধ্বালাপঃ |
| স্বাদু-আম্ৰম্—স্বাদ্বাম্ৰম্ | সৰযূ-ওঘঃ—সৰয্বোঘঃ |
| মধু-ইদম্—মধ্বিদম্ | |
| অনু-এষণম—অন্বেষণম্ | |

১৯। আন স্বৰবৰ্ণ পাচত থাকিলে ঋৰ ঠাইত ৰ্ হয়; ৰ্ ্ৰ-কাৰ হৈ আগৰ আখৰত যোগ হয়; যেনে—

| | |
|---|---|
| পিতৃ-অৰ্চ্চনা—পিত্ৰৰ্চ্চনা | নেতৃ-উপদেশঃ—নেত্ৰুপদেশঃ |
| মাতৃ-আদৰঃ—মাত্ৰাদৰঃ | দুহিতৃ-ঐশ্বৰ্য্যম্—দুহিত্ৰৈশ্বৰ্য্যম্ |

২০। স্বৰবৰ্ণ পাচত থাকিলে এৰ ঠাইত অয় হয়; যেনে—

নে-অনম্ ( ন্-অয়্-অনম্ )—নয়নম্

শে-ইতম্ ( শ্-অয়্-ইতম্ )—শয়িতম্

২১। স্বৰবৰ্ণ পাচত থাকিলে ঐৰ ঠাইত আয় হয়; যেনে—

নৈ-অকঃ—( ন্-আয়্-অকঃ )—নায়কঃ

গৈ-ইকা—( গ্-আয়্-ইকা )—গায়িকা

২২। স্বৰবৰ্ণ পাচত থাকিলে ওৰ ঠাইত অৱ হয়; যেনে—

পো-অনঃ—( প্-অৱ্-অনঃ ) পৱনঃ

পো-ইত্ৰম্—( প্-অৱ্-ইত্ৰম্ )—পৱিত্ৰম্

২৩। স্বৰবৰ্ণ পাচত থাকিলে ঔৰ ঠাইত আৱ হয়; যেনে—

পৌ-অকঃ—( প্-আৱ্-অকঃ )—পাৱকঃ

নৌ-ইকঃ—( ন্-আৱ্-ইকঃ )—নাৱিকঃ

ভৌ-উকঃ—( ভ্-আৱ্-উকঃ )—ভাৱুকঃ

## অনুশীলন

১। সন্ধি কাক বোলে আৰু কেই প্ৰকাৰ ?

২। সন্ধি কৰা—

গঙ্গা—ঊৰ্মিঃ; তৰুণী—ইয়ম্; দধি—ওদনম্; ভ্ৰাতৃ—অৰ্থঃ; কন্তু—এতৎ।

৩। সন্ধি ভাঙা—

মুৰাৰিঃ; কেয়ম্; ৱিধূদয়ঃ; দেৱৰ্ষিঃ; অন্বয়ঃ; পিত্ৰালয়ঃ; পাৱকঃ; শয়নম্; মহৌষধিঃ।

## ব্যঞ্জনসন্ধি

১। স্বৰবৰ্ণৰ পাচত ছ থাকিলে তাৰ আগত চ্ যোগ হয়—

পৰ-ছিদ্ৰম্—পৰচ্ছিদ্ৰম্    তৰু-ছায়া—তৰুচ্ছায়া

২। চ্ বা ছ্ পাচত থাকিলে ত্ আৰু দ্ ৰ ঠাইত চ্ হয় ;

তৎ-চৰণম্—তচ্চৰণম্    ৱিপদ্-চয়ঃ—ৱিপচ্চয়ঃ
উৎ-ছেদঃ—উচ্ছেদঃ    তদ্-ছত্ৰম্—তচ্ছত্ৰম্

৩। পদান্ত ন্ৰ পাচত চ্ বা ছ্ থাকিলে ন্ৰ ঠাইত অনুস্বাৰ, আৰু চ্ আৰু ছৰ ঠাইত ক্ৰমে শ্চ্ আৰু শ্ছ্ হয় ; যেনে—

হসন্-চলতি—হসংশ্চলতি    মহান্-ছেদঃ—মহাংশ্ছেদঃ

৪। পদান্ত ন্ৰ পাচত ত্ বা থ্ থাকিলে ন্ৰ ঠাইত অনুস্বাৰ, আৰু ত্ আৰু থ্ৰ ঠাইত ক্ৰমে স্ত্ আৰু স্থ্ হয় ; যেনে—

পতন্-তৰুঃ—পতংস্তৰুঃ    পঠন্-থকাৰম্—পঠংস্থকাৰম্

৫। পদান্ত ন্ৰ পাচত ট্ বা ঠ্ থাকিলে ন্ৰ ঠাইত অনুস্বাৰ, ট্ৰ ঠাইত ষ্ট্ আৰু ঠ্ৰ ঠাইত ষ্ঠ্ হয় ; যেনে—

উৎপতন্-টিট্টিভঃ—উৎপতংষ্টিট্টিভঃ    চলন্-ঠকুৰঃ—চলংষ্ঠকুৰঃ

৬। হ্ৰস্ব স্বৰৰ পাচত থকা পদান্ত ন্ৰ পাচত স্বৰবৰ্ণ থাকিলে ন্ৰ ঠাইত ন্ন হয় ; যেনে—

কুৰ্বন্-অপি—কুৰ্বন্নপি    জীৱন্-এৱ—জীৱন্নেৱ

কিন্তু ন্ দীৰ্ঘস্বৰৰ পাচত থাকিলে ন্ন নহয় ; যেনে—

নৰান্-আগতান্—নৰানাগতান্    ঋষীন্-অৰ্চ্চয়—ঋষীনৰ্চ্চয়

৭। অন্তঃস্থ বৰ্ণ ( য্ ৰ্ ল্ ৱ্ ) আৰু উষ্মবৰ্ণ ( শ্ ষ্ স্ হ ) পাচত থাকিলে পদান্ত ম্ৰ ঠাইত অনুস্বাৰ হয় ; যেনে—

ৱনম্-যাতি—ৱনংযাতি    গুৰুম্-সেৱতে—গুৰুংসেৱতে
মৃগম্-হন্তি—মৃগংহন্তি    সুখম্-লভতে—সুখংলভতে

৮। পদৰ অন্তত থকা ম্‌ৰ পাচত স্পৰ্শবৰ্ণ থাকিলে ম্‌ৰ ঠাইত অনুস্বাৰ হয়, অথবা যি বৰ্গৰ বৰ্ণ পাচত থাকে সেই বৰ্গৰ পঞ্চম বৰ্ণ হয় ; যেনে—

গৃহম্-গচ্ছ—গৃহংগচ্ছ, গৃহঙ্গচ্ছ
জলম্-পিব—জলংপিব; জলম্পিব
চিৰম্-জীৱ—চিৰংজীৱ, চিৰঞ্জীৱ

৯। চ্ বা ছ্ পাচত থাকিলে বিসৰ্গৰ ঠাইত শ্ হয় ; যেনে—

পূৰ্ণঃ-চন্দ্ৰঃ—পূৰ্ণশ্চন্দ্ৰঃ তৰোঃ-ছায়া—তৰোশ্ছায়া
দুঃ-চিন্তা—দুশ্চিন্তা নিঃ-ছিদ্ৰম্—নিশ্ছিদ্ৰম্

১০। ত্ বা থ্ পাচত থাকিলে বিসৰ্গৰ ঠাইত স্ হয় ; যেনে—

কালঃ-তমালঃ—কালস্তমালঃ ভ্ৰাতুঃ-তনয়ঃ—ভ্ৰাতুস্তনয়ঃ

১১। যদি অকাৰৰ পাচত বিসৰ্গ থাকে, আৰু তাৰ পাচত আকৌ অকাৰ থাকে, তেনেহলে পূৰ্ব্বৰ অকাৰ আৰু বিসৰ্গ মিলি ওকাৰ হয় ; ওকাৰ পূৰ্ব্ববৰ্ণত যোগ হয়। পাচৰ অকাৰ লোপ হয় আৰু তাৰ লুপ্ত ঽ-চিন যোগ হয় ; যেনে—

উদিতঃ-অৰ্কঃ—উদিতোঽৰ্কঃ বালকঃ-অয়ম্—বালকোঽয়ম্

১২। যদি অকাৰৰ পাচত বিসৰ্গ থাকে আৰু তাৰ পাচত বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ বা য্ ৰ্ ল্ ৱ্ হ্ থাকে, তেন্তে অকাৰ আৰু বিসৰ্গ মিলি ওকাৰ হয় ; ওকাৰ আগৰ আখৰত যোগ হয় ; যেনে—

শ্যামঃ-ঘনঃ—শ্যামোঘনঃ নিজঃ-দেশঃ—নিজোদেশঃ
ভগ্নঃ-ডিম্ব—ভগ্নোডিম্বঃ তুষ্টঃ-যমঃ—তুষ্টোযমঃ

১৩। অকাৰত বাদে আন স্বৰবৰ্ণ পাচত থাকিলে, অকাৰৰ পাচত থকা বিসৰ্গৰ লোপ হয়; তেতিয়া পুনৰ সন্ধি নহয়; যেনে—

নৰঃ-আয়াতি—নৰআয়াতি　　শান্তঃ-ঋষিঃ—শান্তঋষিঃ

কঃ-ইহ—কইহ　　ইতঃ-এহি—ইতএহি

১৪। অকাৰত বাদে যি কোনো স্বৰ বা ব্যঞ্জনবৰ্ণ পাচত থাকিলে, সঃ, এষঃ—এই দুই পদৰ বিসৰ্গৰ লোপ হয়; যেনে—

সঃ-আহ—সআহ　　এষঃ-হসতি—এষহসতি

১৫। স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়; চতুৰ্থ, পঞ্চম বৰ্ণ নাইবা য্ ৰ্ ল্ ৱ্ হ্ পাচত থাকিলে আকাৰৰ পাচত থকা বিসৰ্গৰ লোপ হয়; যেনে—

ভীতাঃ-অবলাঃ—ভীতাঅবলাঃ　　স্বাধীনাঃ-দেশাঃ—স্বাধীনাদেশাঃ

ৱন্যাঃ-গজাঃ—ৱন্যাগজাঃ　　মত্তাঃ-ময়ূৰাঃ—মত্তাময়ূৰাঃ

মুক্তাঃ-ৱিহগা—মুক্তাৱিহগাঃ　　শুভ্ৰাঃ-হংসাঃ—শুভ্ৰাহংসাঃ

১৬। স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ আৰু য্ ৰ্ ল্ ৱ্ হ পাচত থাকিলে অ আ ভিন্ন স্বৰবৰ্ণৰ পাচত থকা বিসৰ্গৰ ঠাইত ৰ্ হয়; যেনে—

ভক্তিঃ-অচলা—ভক্তিৰচলা　　ৰিপোঃ-জয়ঃ—ৰিপোৰ্জয়ঃ

গুৰোঃ-আদেশঃ—গুৰোৰাদেশঃ　　ঋষেঃ-দয়া—ঋষেৰ্দয়া

ভানুঃ-উদেতি—ভানুৰুদেতি　　দুঃ-যোগঃ—দুৰ্যোগঃ

## অনুশীলন

১। সন্ধি কৰা—ইক্ষু-ছায়া; প্ৰতিপৎ-চন্দ্ৰঃ; গৃহম্-যাতি; ৱৃদ্ধঃ-হস্তী; বুদ্ধিঃ-যস্য; মুগ্ধাঃ-হৰিণাঃ; নৃত্যন্-চকোৰঃ।

২। সন্ধি ভাঙা—চত্বাৰশ্ছাত্ৰাঃ; স পৃচ্ছতি; ৰৱিৰ্ভাতি; খগোযাতি; কশ্চিৎ; কত্বম্; হসন্নপি।

# ণত্ববিধান

[ ন্-ৰ ঠাইত ণ্ হোৱাই ণত্ব ]

১। ঋ, ৠ ৰ্ ষ্—একেটা পদতে থকা এই চাৰিবৰ্ণৰ পাচত দন্ত্য ন্ থাকিলে তাৰ ঠাইত মূৰ্ধন্য ণ্ হয়—

নৃণাম্, শৃণোতি, দাতৄণাম্, ভ্ৰাতৄণাম্, জীৰ্ণম্, চূৰ্ণম্, তৃষ্ণা, পুষ্ণাতি।

২। একেটা পদতে ঋ ৠ ৰ্ বা ষ্ ৰ পাচত যদি ন্ থাকে আৰু মাজত স্বৰবৰ্ণ, ক-বৰ্গ, প-বৰ্গ, য্ ৱ্ হ্ আৰু অনুস্বাৰ এই বৰ্ণবিলাকৰ এটা বা একাধিক ব্যৱধান থাকে, তথাপি ণত্ব হয়—

নৰেণ, মৃগাণাম্, বৃংহণম্, ঘোষণা, কৰ্ষকাণাম্; কিন্তু—তৰ্জনম্, বৃদ্ধেন, জ্যেষ্ঠেন।

৩। ন্ যদি পদৰ অন্ত্যবৰ্ণ হয়, আগত ঋ ৠ ৰ্ বা ষ্ থাকিলেও ণত্ব নহয়ঃ—নৰান্, পিতৄন্, বৃক্ষান্।

৪। ঋ ৠ ৰ্ বা ষ্ ৰ পাচত ন্ থাকিলেও একেটা পদতে নহলে ণত্ব নহয়—

দুৰ্নীতিঃ, ভ্ৰাতৃনাম, বৃষনেত্ৰম্।

৫। কিছুমান শব্দত স্বভাৱতে ণ হয়; যেনে—

অণুঃ; গণঃ; গুণঃ; পাণিঃ; মণিঃ; ৱাণী; ৱেণী; ৱণিক্; পুণ্যম্; কল্যাণম্; লৱণম্; চাণক্যঃ ইত্যাদি।

# ষত্ব বিধান

[ স্ ৰ ঠাইত ষ্ হোৱাই ষত্ব ]

১। অ আৰু আৰ বাহিৰে বাকী স্বৰবৰ্ণ, ক্ আৰু ৰ্ ৰ পাচত থকা প্ৰত্যয়ৰ স্ ষ্ হয়—

মুনিষু, নদীষু, নৰেষু, দিক্ষু, গোষু, চতুর্ষু, গীর্ষু।

২। অনুস্বাৰ আৰু বিসৰ্গ মাজত ব্যৱধান থাকিলেও ষত্ব হয়—

ধনূংষি, আশীঃষু, হৱিঃষু।

৩। কিছুমান শব্দত স্বভাৱতে ষ্ হয় ; যেনে—

ইষুঃ ; ঋষিঃ ; ভাষা ; ঔষধম্ ; মেষঃ ; মূষিকঃ ইত্যাদি

**অনুশীলন**

১। ণত্ব আৰু ষত্ববিধিৰ সাধাৰণ নিয়ম কি ? উদাহৰণ দি বুজাই দিয়া।

২। তলত দিয়া শব্দ বিলাকত ণ্ আৰু ষ্ হোৱাৰ কাৰণ নিৰূপণ কৰা—

গৃহাণ ; প্ৰণামঃ ; সাধুষু ; ধনুঃষু ; ৰিষ্ণুঃ ; ৰাক্ষু।



# সুবন্ত প্ৰকৰণ

## সুপ্ বিভক্তি

অসমীয়াত যেনেকৈ এ, অক্, ৰে আদি বিভক্তি নলগালে শব্দ বাক্যত ব্যৱহাৰ কৰিব নোৱাৰি, সংস্কৃততো তেনেকৈ প্ৰাতিপদিকৰ পাচত কিছুমান বিভক্তি নলগালে তাক বাক্যত ব্যৱহাৰ কৰিব নোৱাৰি। প্ৰাতিপদিকৰ পাচত ব্যৱহাৰ হোৱা বিভক্তি সাত প্ৰকাৰ—প্ৰথমা, দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমী। প্ৰত্যেক বিভক্তিৰে তিনিটাকৈ বচন আছে—একবচন, দ্বিবচন আৰু বহুবচন। অসমীয়াত অৱশ্যে বচন মাত্ৰ দুটাহে। একবচনৰ বিভক্তি যোগ হলে এটা বস্তু বুজায়, দ্বিবচনৰ বিভক্তি যোগ হলে দুটা বুজায় আৰু বহুবচনৰ বিভক্তি যোগ হলে দুটাৰ ওপৰৰ যি কোনো সংখ্যাকে বুজাব পাৰে। প্ৰত্যেক বিভক্তিৰ বচন ভেদে বিভক্তিৰ মুঠ আকৃতি একৈশটা হয়—

### বিভক্তিৰ আকৃতি

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | সু | ঔ | জস্ |
| দ্বিতীয়া | অম্ | ঔ | শস্ |
| তৃতীয়া | টা | ভ্যাম্ | ভিস্ |
| চতুৰ্থী | ঙে | ভ্যাম্ | ভ্যস্ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| পঞ্চমী | ঙসি | ভ্যাম্ | ভ্যস্ |
| ষষ্ঠী | ঙস্ | ওস্ | আম্ |
| সপ্তমী | ঙি | ওস্ | সুপ্ |

ওপৰত দিয়া বিভক্তিৰ প্ৰথমাৰ একবচন সু আৰু সপ্তমীৰ বহুবচন সুপ্ৰ প্ লৈ সুপ্ নাম কৰা হৈছে; সুপ্ বুলিলে এই একৈশ প্ৰকাৰ বিভক্তিক বুজায়; কিন্তু প্ৰাতিপদিকৰ পাচত ব্যৱহাৰ হলে বিভক্তিৰ তলত দিয়া ৰূপ হে যোগ হয়—

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ঃ | ঔ | অঃ |
| দ্বিতীয়া | অম্ | ঔ | অঃ |
| তৃতীয়া | আ | ভ্যাম্ | ভিঃ |
| চতুৰ্থী | এ | ভ্যাম্ | ভ্যঃ |
| পঞ্চমী | অঃ | ভ্যাম্ | ভ্যঃ |
| ষষ্ঠী | অঃ | ওঃ | আম্ |
| সপ্তমী | ই | ওঃ | সু |

কেতিয়াবা আকৌ এই চিনবোৰৰ পৰিবৰ্ত্তন হয়; যেনে—দ্বিতীয়াৰ বহুবচনৰ বিভক্তিৰ চিন অঃ; কিন্তু নৰ শব্দৰ দ্বিতীয়াৰ বহুবচনত ৰূপ হয় **নৰান্**। এনেবোৰ গঢ়মিল প্ৰয়োগৰপৰাই বুজি লব লাগিব।

সম্বোধনত প্ৰথমা বিভক্তিয়ে হয়; কেৱল একবচনত কেতিয়াবা অলপ ভিন ৰূপ হয়।

## স্বৰান্ত শব্দ

### পুংলিঙ্গ অকাৰান্ত শব্দ—গজ ( হাতী )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | গজঃ | গজৌ | গজাঃ |
| দ্বিতীয়া | গজম্ | গজৌ | গজান্ |
| তৃতীয়া | গজেন | গজাভ্যাম্ | গজৈঃ |
| চতুৰ্থী | গজায় | গজাভ্যাম্ | গজেভ্যঃ |
| পঞ্চমী | গজাৎ | গজাভ্যাম্ | গজেভ্যঃ |
| ষষ্ঠী | গজস্য | গজয়ো | গজানাম্ |
| সপ্তমী | গজে | গজয়োঃ | গজেষু |
| সম্বোধন | গজ | | |

প্ৰায়বোৰ পুংলিঙ্গ অকাৰান্ত শব্দৰে গজ শব্দৰ দৰে ৰূপ হয় ; উদাহৰণ :— অজ—( ছাগলী ) ; অশ্ব—( ঘোৰা ) ; কাক—( কাউৰী ) ; কুক্কুৰ—( কুকুৰ ) ; কুঞ্জৰ—( হাতী ) ; খগ—( চৰাই ) ; গৰ্দভ—( গাধ ) ; ঘন—( মেঘ ) ; চন্দ্ৰ—( জোন ) ; নৰ—( মানুহ ) ; জম্বুক—( শিয়াল ) ; তড়াগ –( হ্ৰদ ) ; দানৱ—( অসুৰ ) ; ধীৱৰ—( জালোৱা ) ; নৃপ—( ৰজা ) ; পৰ্বত ; মেঘ ; ৰজক—( ধোবা ) ; লোভ ; ৱসন্ত ; ৱিহগ—( চৰাই ) ; সমুদ্ৰ ; সৰ্প, ইত্যাদি।

### অনুশীলন

সংস্কৃতত অনুবাদ কৰা :—

দুটা কাউৰীয়ে ; মেঘৰ দ্বাৰা ; হ্ৰদবোৰত ; ৰজালৈ ; অসুৰহঁতৰ ; জালোৱা দুজনৰ পৰা।

**By two dogs. In the lake. On the mountains. From the washerman. To the sea.**

# তিঙ্ বিভক্তি

ধাতুৰ পাচত তি তস্ অন্তি আদি যিবোৰ চিন যোগ হৈ ক্ৰিয়াপদ গঠন কৰে তাৰে নাম **তিঙ্** বা ক্ৰিয়াবিভক্তি। লট্, লোট্, লঙ্, বিধিলিঙ্, লৃট্, ইত্যাদি দহ প্ৰকাৰ ক্ৰিয়াবিভক্তি আছে। প্ৰত্যেক বিভক্তিৰে দুটা ভাগ আছে; এটা ভাগক **পৰস্মৈপদ** আৰু আনটোক **আত্মনেপদ** বোলে।

প্ৰত্যেক ক্ৰিয়াবিভক্তিৰে প্ৰথম, মধ্যম আৰু উত্তম এই তিনি পুৰুষত ভিন ভিন আকৃতি হয়। প্ৰত্যেক পুৰুষৰে আকৌ তিনি বচনৰ ভিন ভিন ৰূপ আছে।

## লট্—প্ৰথম পুৰুষ

### পৰস্মৈপদ

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | তি | তস্ | অন্তি |
| ভা ( পোহৰ দিয়া ) | ভাতি | ভাতঃ | ভান্তি |
| যা ( যোৱা ) | যাতি | যাতঃ | যান্তি |
| পা ( ৰক্ষা কৰা ) | পাতি | পাতঃ | পান্তি |
| লিখ্ ( লিখা ) | লিখতি | লিখতঃ | লিখন্তি |
| পঠ্ ( পঢ়া ) | পঠতি | পঠতঃ | পঠন্তি |
| হস্ ( হঁহা ) | হসতি | হসতঃ | হসন্তি |
| খাদ্ ( খোৱা ) | খাদতি | খাদতঃ | খাদন্তি |
| ক্ৰীড়্ ( খেলা ) | ক্ৰীড়তি | ক্ৰীড়তঃ | ক্ৰীড়ন্তি |
| ক্ৰন্দ্ ( কন্দা ) | ক্ৰন্দতি | ক্ৰন্দতঃ | ক্ৰীন্দন্তি |

প্ৰয়োগ ঃ—মানুহজন গৈছে—নৰঃ গচ্ছতি।
ছাত্ৰ দুজনে পঢ়িছে—ছাত্ৰৌ পঠতঃ।
ল'ৰাবোৰে খেলিছে—বালকাঃ ক্ৰীড়ন্তি।
ঈশ্বৰে ৰক্ষা কৰে—ঈশ্বৰঃ পাতি।

১। অসমীয়াৰ স্বৰূপ বৰ্ত্তমান আৰু নিত্য বৰ্ত্তমান—দুয়োটাৰে অৰ্থত সংস্কৃতত লট্ বিভক্তি হয়।

২। যিয়ে কোনো ক্ৰিয়া সম্পাদন কৰে তাক **কৰ্ত্তা** বোলে; কৰ্ত্তাত প্ৰথমা বিভক্তি হয়; কৰ্ত্তাৰ যি বচন আৰু পুৰুষ, ক্ৰিয়াৰো সেই বচন আৰু পুৰুষ হয়।

আকাৰান্ত স্ত্ৰীলিঙ্গ শব্দ নাই।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা—

ল'ৰাজনে পঢ়িছে। ৰজাই ৰক্ষা কৰে। জালোৱাইঁত গৈছে। ল'ৰাটোৱে কান্দে। কুকুৰ দুটাই খায়।

The moon shines. The boys read. The two washermen laugh.

২। খালি ঠাইবোৰ পূৰণ কৰা—

———ধাৱন্তি (দৌৰে)। ———হসন্তঃ। ছাত্ৰৌ———।
গজাঃ———। পঠন্তি। ———

## ক্লীবলিঙ্গ অকাৰান্ত শব্দ—ফল

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ফলম্ | ফলে | ফলানি |
| দ্বিতীয়া | ফলম্ | ফলে | ফলানি |

বাকীবোৰ বিভক্তিত ফল শব্দৰ ৰূপ পুংলিঙ্গ গজ শব্দৰ দৰে।

| | | |
|---|---|---|
| বন—হাবি | দিন— | কমল—পদুম |
| ধন—টকা-পইচা | কূল—পাৰ | কলত্ৰ—তিৰোতা |
| তৃণ—খেৰ, বন | গৃহ—ঘৰ | পুস্তক—কিতাপ |
| মূল—ঘাইশিপা | সুখ— | ইন্দ্ৰিয়— |
| পুষ্প—ফুল | নেত্ৰ—চকু | কাৰণ— |
| শীল—স্বভাব | মিত্ৰ—বন্ধু | অমৃত— |
| ছত্ৰ—ছাতি | মুখ— | হৃদয়—অন্তৰ |

ইত্যাদি প্ৰায়বোৰ ক্লীবলিঙ্গ অকাৰান্ত শব্দৰ ৰূপ ফল শব্দৰ দৰে।

## ক্ৰিয়া

### লট্—প্ৰথম পুৰুষ ( পৰস্মৈপদ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| | তি | তস্ | অন্তি |
| পা—পিব্ ( পি খোৱা ) | পিবতি | পিবতঃ | পিবন্তি |
| দৃশ্—পশ্য্ ( চোৱা ) | পশ্যতি | পশ্যতঃ | পশ্যন্তি |
| গম্—গচ্ছ ( যোৱা ) | গচ্ছতি | গচ্ছতঃ | গচ্ছন্তি |
| স্থা—তিষ্ঠ্ ( থকা ) | তিষ্ঠতি | তিষ্ঠতঃ | তিষ্ঠন্তি |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰচ্ছ—পৃচ্ছ্ ( সোধা ) | পৃচ্ছতি | পৃচ্ছতঃ | পৃচ্ছন্তি |
| নী—নয়্ ( নিয়া ) | নয়তি | নয়তঃ | নয়ন্তি |
| আ-নী—আনয়্ ( অনা ) | আনয়তি | আনয়তঃ | আনয়ন্তি |

**প্ৰয়োগ ঃ—**

ল'ৰা দুজনে কিতাপ পঢ়িছে—বালকৌ পুস্তকং পঠতঃ।

ৰাম ঘৰলৈ গৈছে—ৰামঃ গৃহং গচ্ছতি।

গোপালে বন্ধু দুজনক সুধিছে—গোপালঃ মিত্ৰে পৃচ্ছতি।

মানুহবোৰে ফলবোৰ আনে—নৰাঃ ফলানি আনয়ন্তি।

কৰ্ত্তাই ক্ৰিয়াৰ সহায়ত যাক প্ৰধানকৈ পাবলৈ ইচ্ছা কৰে সেয়ে **কৰ্ম**। কৰ্মত দ্বিতীয়া বিভক্তি হয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা ঃ—

ল'ৰাটোৱে ফুলবোৰ আনিছে। দেৱতাসকলে অমৃত খাইছে। চৰাই-বোৰে ফল খায়। ৰাম বনলৈ গৈছে। ছাগলীয়ে ঘাঁহ ( তৃণ ) খায়।

God protects men. The boys see the flowers. The monkey eats the fruits. Ram brings the books. The gods drink nectar.

২। শূন্য ঠাই পূৰোৱা—

ঈশ্বৰঃ —— সৃজতি ( সৃষ্টি কৰা )। মানৱঃ ——পশ্যতি। ৰামঃ ——আনয়তি। জম্বুকৌ ——খাদতঃ। বালকাঃ——পিবন্তি।

## পুংলিঙ্গ আকাৰান্ত শব্দ—**গোপা** ( গৰখীয়া )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | গোপা | গোপৌ | গোপাঃ |
| দ্বিতীয়া | গোপাম্ | গোপৌ | গোপঃ |
| তৃতীয়া | গোপা | গোপাভ্যাম্ | গোপাভিঃ |
| চতুৰ্থী | গোপে | গোপাভ্যাম্ | গোপাভ্যঃ |
| পঞ্চমী | গোপঃ | গোপাভ্যাম্ | গোপাভ্যঃ |
| ষষ্ঠী | গোপঃ | গোপোঃ | গোপাম্ |
| সপ্তমী | গোপি | গোপোঃ | গোপাসু |
| সম্বো | গোপাঃ | | |

বিশ্বপা—( বিশ্বপালক, চন্দ্ৰ, সূৰ্য্য, অগ্নি ), সোমপা ( সোমৰস পানকাৰী ), উপধা—( শেষৰটোৰ আগৰ ), মধুপা—( মৌমাখি ) আদি শব্দৰ এনেকুৱা ৰূপ।

## স্ত্ৰীলিঙ্গ আকাৰান্ত শব্দ—**লতা**

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | লতা | লতে | লতাঃ |
| দ্বিতীয়া | লতাম্ | লতে | লতাঃ |
| তৃতীয়া | লতয়া | লতাভ্যাম্ | লতাভিঃ |
| চতুৰ্থী | লতায়ৈ | লতাভ্যাম্ | লতাভ্যঃ |
| পঞ্চমী | লতায়াঃ | লতাভ্যাম্ | লতাভ্যঃ |

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| ষষ্ঠী | লতায়াঃ | লতয়োঃ | লতানাম্ |
| সপ্তমী | লতায়াম্ | লতয়োঃ | লতাসু |
| সম্বো | লতে | | |

ৱিদ্যা, ভাষা, ক্ষুধা, শোভা, তাঁৰা, প্ৰজা, বালা, ৱনিতা, ললনা, অঙ্গনা ( তিৰোতা ), কৱিতা, ৱসুধা (পৃথিবী), দেৱতা, চিন্তা, পূজা, মালা, মুক্তা, প্ৰভা, ক্ৰীড়া ( খেলা )—ইত্যাদি প্ৰায়বোৰ স্ত্ৰীলিঙ্গ আকাৰান্ত শব্দৰ ৰূপ লতা শব্দৰ দৰে। **অম্বা** ( মাতৃ ) শব্দৰ সম্বোধনৰ একবচনত **অম্ব** ৰূপ হয়; বাকীবোৰ বিভক্তিত লতা শব্দৰ দৰে।

ক্লীবলিঙ্গ আকাৰান্ত শব্দ নাই।

## ক্ৰিয়াপদ

### লট্ বিভক্তি—প্ৰথম পুৰুষ ( আত্মনেপদ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | তে | আতে | অন্তে |
| ৰম্—( আনন্দ কৰা ) | ৰমতে | ৰমেতে | ৰমন্তে |
| সেৱ্—( সেৱা কৰা ) | সেৱতে | সেৱেতে | সেৱন্তে |
| লভ্—( পোৱা ) | লভতে | লভেতে | লভন্তে |
| ভাষ্—( কোৱা ) | ভাষতে | ভাষেতে | ভাষন্তে |
| ৱন্দ্—( প্ৰণাম কৰা ) | ৱন্দতে | ৱন্দেতে | ৱন্দন্তে |

**প্ৰয়োগ :—**

মালাৰে ছোৱালীজনী শোভা পাইছে—মালয়া শোভতে বালা।

দুখেৰে ৱিদ্যা লাভ কৰিছে—দুঃখেন লভতে ৱিদ্যাম্।
তিৰোতাজনীয়ে মুখেৰে কথা কৈছে—মুখেন ভাষতে অঙ্গনা।
চন্দ্ৰ জেউতিৰে শোভা পাইছে—ৱিশ্বপাঃ প্ৰভয়া শোভতে।

ক্ৰিয়া সম্পাদন কৰাত কৰ্ত্তাৰ যিটো মুখ্য সহায়, সেয়ে **কৰণ**। কৰণত তৃতীয়া বিভক্তি হয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰ—

তিৰোতাজনীয়ে চকু দুটাৰে চাইছে। আকাশ তৰাবোৰেৰে শোভা পাইছে। হাতেৰে দেৱতাক প্ৰণাম কৰিছে। তিৰোতাজনীয়ে জুইৰে (পাৱক) ভাত ৰান্ধিছে (পচতি)। ছোৱালীবোৰে মালাৰে ৰং কৰিছে (ক্ৰীড়ন্তি)।

The king protects his subjects. The girl looks beautiful with the pearls. The woman bows down to the gods. The bees (মধুপা) are drinking honey. The girls delight in play.

২। তলত দিয়া পদবোৰ খটুৱাই একোটি চুটি বাক্য ৰচনা কৰা—

প্ৰজাঃ, লতাম্, ৱিদ্যয়া, ৱনিতাম্।

## পুংলিঙ্গ ইকাৰান্ত শব্দ—কৱি

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | কৱিঃ | কৱী | কৱয়ঃ |
| দ্বিতীয়া | কৱীম্ | কৱী | কৱীন্ |
| তৃতীয়া | কৱিনা | কৱিভ্যাম্ | কৱিভিঃ |
| চতুৰ্থী | কৱয়ে | কৱিভ্যাম্ | কৱিভ্যঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| পঞ্চমী | কৰেঃ | কৰিভ্যাম্ | কৰিভ্যঃ |
| ষষ্ঠী | কৰেঃ | কৰ্য্যোঃ | কৰীনাম্ |
| সপ্তমী | কৰৌ | কৰ্য্যোঃ | কৰিষু |
| সম্বো | কৰে | | |

ঋষি, অগ্নি, মুনি, মণি, গিৰি, অহি ( সাপ ), ৰৱি ( সূৰ্য্য ), কপি ( বানৰ ), অৰি ( শত্ৰু ), ৱিধি ( ব্ৰহ্মা, নিয়ম ), অদ্ৰি ( পৰ্বত ), অতিথি, সাৰথি, জলধি ( সাগৰ )—ইত্যাদি সকলো পুংলিঙ্গ ইকাৰান্ত শব্দৰ এনেকুৱা ৰূপ।

কিন্তু **সখি** আৰু **পতি** শব্দৰ ভিন ৰূপ হয়।

## সখি

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | সখা | সখায়ৌ | সখায়ঃ |
| দ্বিতীয়া | সখায়ম্ | সখায়ৌ | সখীন্ |
| তৃতীয়া | সখ্যা | সখিভ্যাম্ | সখিভিঃ |
| চতুৰ্থী | সখ্যে | সখিভ্যাম্ | সখিভ্যঃ |
| পঞ্চমী | সখ্যুঃ | সখিভ্যাম্ | সখিভ্যঃ |
| ষষ্ঠী | সখ্যুঃ | সখ্যোঃ | সখীনাম্ |
| সপ্তমী | সখ্যৌ | সখ্যোঃ | সখিষু |
| সম্বো | সখে | | |

## পতি ( স্বামী )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | পতিঃ | পতী | পতয়ঃ |
| দ্বিতীয়া | পতীম্ | পতী | পতীন্ |
| তৃতীয়া | পত্যা | পতিভ্যাম্ | পতিভিঃ |
| চতুৰ্থী | পত্যে | পতিভ্যাম্ | পতিভ্যঃ |
| পঞ্চমী | পত্যুঃ | পতিভ্যাম্ | পতিভ্যঃ |
| ষষ্ঠী | পত্যুঃ | পত্যোঃ | পতীনাম্ |
| সপ্তমী | পত্যৌ | পত্যোঃ | পতিষু |
| সম্বো | পতে | | |

কিন্তু পতি শব্দ যদি সমাসৰ শেষ পদ হয়, তেতিয়া তাৰ ৰূপ কৰি শব্দৰ দৰে ; যেনে—নৃপতিনা, ভূপতয়ে, নৰপতেঃ ইত্যাদি।

## ক্ৰিয়াপদ

### লট্

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | **তি** | **তস্** | **অন্তি** |
| দা—যচ্ছ্ ( দিয়া ) | যচ্ছতি | যচ্ছতঃ | যচ্ছন্তি |

**প্ৰয়োগ :—**

সখিয়ে অতিথিক ভাত দিয়ে—সখা অতিথয়ে অন্নং যচ্ছতি।

মানুহবোৰে ঋষিসকলক ফল দিছে—নৰাঃ ঋষিভ্যঃ ফলানি যচ্ছন্তি।

ছোৱালী দুজনীয়ে সূৰ্য্যক অৰ্ঘ দিছে—বালিকে ৰৱয়ে অৰ্ঘং যচ্ছতঃ।

বানৰবিলাকে মুনিজনক ফল দিছে—কপয়ঃ মুনয়ে ফলানি যচ্ছন্তি।

যাক কোনো বস্তু দান কৰা যায় তাক **সম্প্ৰদান** বোলে। সম্প্ৰদানত চতুৰ্থী বিভক্তি হয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

ঋষিসকলে পূজা কৰিছে। সখিয়ে কথা কয়। প্ৰজাই ৰজাক কৰ দিয়ে। তিৰোতাজনীয়ে ভিক্ষুকবিলাকক ভিক্ষা দিছে। কবিয়ে হাতেৰে ( পাণি ) মণি দিছে।

The woman goes to the husband's house. The people give tax ( কৰ ) to the king. The snake shines with the gem ( মণি )।

২। শূন্য ঠাই পুৰোৱা :—

কৱয়ঃ——পঠন্তি। বালিকাঃ——পুষ্পাণি প্ৰযচ্ছন্তি। ——ভাতি। ——শোভতে। দেৱতাভ্যঃ——যচ্ছতি।

## স্ত্ৰীলিঙ্গ ইকাৰান্ত শব্দ—মতি ( মন, বুদ্ধি )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | মতিঃ | মতী | মতয়ঃ |
| দ্বিতীয়া | মতিম্ | মতী | মতীঃ |
| তৃতীয়া | মত্যা | মতিভ্যাম্ | মতিভিঃ |

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| চতুৰ্থী | মত্যৈ, মতয়ে | মতিভ্যাম্ | মতিভ্যঃ |
| পঞ্চমী | মত্যাঃ, মতেঃ | মতিভ্যাম্ | মতিভ্যঃ |
| ষষ্ঠী | মত্যাঃ, মতেঃ | মত্যোঃ | মতীনাম্ |
| সপ্তমী | মত্যাম্, মতৌ | মত্যোঃ | মতিষু |
| সম্বো | মতে | | |

গতি ( যোৱা, বেগ ), বুদ্ধি, ধৃতি ( ধৈৰ্য্য ), ভক্তি, শ্ৰুতি (বেদ), ধূলি, কান্তি, মূৰ্ত্তি, নিয়তি, প্ৰকৃতি, ব্ৰততি (লতা), উন্নতি, সমিতি, অঙ্গুলি, ৱিপত্তি ( বিপদ ), সম্পত্তি ( সম্পদ )—ইত্যাদি আটাই-বোৰ স্ত্ৰীলিঙ্গ ইকাৰান্ত শব্দৰ ৰূপ মতি শব্দৰ দৰে।

## ক্লীবলিঙ্গ ইকাৰান্ত শব্দ—ৱাৰি ( পানী )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | ৱাৰি | ৱাৰিণী | ৱাৰীণি |
| দ্বিতীয়া | ৱাৰি | ৱাৰিণী | ৱাৰীণি |
| তৃতীয়া | ৱাৰিণা | ৱাৰিভ্যাম্ | ৱাৰিভিঃ |
| চতুৰ্থী | ৱাৰিণে | ৱাৰিভ্যাম্ | ৱাৰিভ্যঃ |
| পঞ্চমী | ৱাৰিণঃ | ৱাৰিভ্যাম্ | ৱাৰিভ্যঃ |
| ষষ্ঠী | ৱাৰিণঃ | ৱাৰিণোঃ | ৱাৰীণাম্ |
| সপ্তমী | ৱাৰিণি | ৱাৰিণোঃ | ৱাৰিষু |
| সম্বো | ৱাৰে, ৱাৰি | | |

ক্লীবলিঙ্গ ইকাৰান্ত শব্দৰ ৰূপ ৱাৰি শব্দৰ দৰে ; কিন্তু—দধি,

অক্ষি ( চকু ), অস্থি ( হাড় ), সক্‌থি ( কৰঙন )—এই কেইটা শব্দৰ ৰূপ অলপ ভিন।

## অক্ষি ( চকু )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | অক্ষি | অক্ষিণী | অক্ষীণি |
| দ্বিতীয়া | অক্ষি | অক্ষিণী | অক্ষীণি |
| তৃতীয়া | অক্ষ্ণা | অক্ষিভ্যাম্ | অক্ষিভিঃ |
| চতুৰ্থী | অক্ষ্ণে | অক্ষিভ্যাম্ | অক্ষিভ্যঃ |
| পঞ্চমী | অক্ষ্ণঃ | অক্ষিভ্যাম্ | অক্ষিভ্যঃ |
| ষষ্ঠী | অক্ষ্ণঃ | অক্ষ্ণোঃ | অক্ষ্ণাম্ |
| সপ্তমী | অক্ষ্ণি, অক্ষণি | অক্ষ্ণোঃ | অক্ষিষু |
| সম্বো | অক্ষে, অক্ষি | | |

দধি, অস্থি, সক্‌থি শব্দৰো এইদৰে ৰূপ হয়। ইকাৰান্ত শব্দ যদি ক্লীবলিঙ্গ বিশেষ্যৰ বিশেষণৰূপে ব্যৱহাৰ হয়, তেনেহলে চতুৰ্থী, পঞ্চমীৰ একবচন আৰু ষষ্ঠী, সপ্তমীৰ একবচন আৰু দ্বিবচনত বিকল্পে কৰি শব্দৰ দৰে ৰূপ হয়।

## ক্ৰিয়াপদ

### লট্ বিভক্তি—প্ৰথম পুৰুষ ( আত্মনেপদ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| | তে | আতে | অন্তে |
| জন্—জায়্ ( ওপজা ) | জায়তে | জায়েতে | জায়ন্তে |
| ত্ৰৈ—ত্ৰায়্ ( ৰক্ষা কৰা ) | ত্ৰায়তে | ত্ৰায়েতে | ত্ৰায়ন্তে |

**প্ৰয়োগ ঃ—**

দুই চকুৰপৰা পানী পৰিছে—অক্ষোঃ ৱাৰি পততি।

আঙুলিৰপৰা আঙঠিটো পৰিছে—অঙ্গুল্যাঃ অঙ্গুৰীয়কং পততি।

এৰাঁ গাখীৰৰপৰা দৈ গাখীৰ হয়—দুগ্ধাৎ দধি ভৱতি।

মানুহজনে পহুটো বাঘৰপৰা ৰক্ষা কৰিছে—নৰঃ ব্যাঘ্ৰাৎ হৰিণং ত্ৰায়তে।

ৱিদ্যাৰপৰা সুখ হয়—ৱিদ্যায়াঃ সুখং জায়তে।

**য'ৰপৰা কোনো বস্তু পৃথক হয়, যিটো ভয়, উৎপত্তি আদিৰ কাৰণ, তাক অপাদান বোলে ; অপাদানত ৫মী বিভক্তি হয়।**

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা—

বাঘৰপৰা বাটৰুৱাক ( পান্থ ) ৰক্ষা কৰিছে। হাতৰপৰা কিতাপখন পৰিছে। জ্ঞানৰপৰা ভক্তি হয়। পৰ্বতৰপৰা পানী পৰিছে। লতাৰপৰা ফুল হয়।

The dusts are falling from the creepers. The water is coming out of the eyes. The ring falls from the finger.

২। জায়েতে, ৱাৰিণা, ধূলিঃ, পতন্তি, ভক্ত্যা, অক্ষিণী—এই কেইটা পদেৰে একোটা বাক্য লিখা।

## পুংলিঙ্গ ঈকাৰান্ত শব্দ—সুধী ( জ্ঞানী )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | সুধীঃ | সুধিয়ৌ | সুধিয়ঃ |
| দ্বিতীয়া | সুধিয়ম্ | সুধিয়ৌ | সুধিয়ঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| তৃতীয়া | সুধিয়া | সুধীভ্যাম্ | সুধীভিঃ |
| চতুৰ্থী | সুধিয়ে | সুধীভ্যাম্ | সুধীভ্যঃ |
| পঞ্চমী | সুধিয়ঃ | সুধীভ্যাম্ | সুধীভ্যঃ |
| ষষ্ঠী | সুধিয়ঃ | সুধিয়োঃ | সুধিয়াম্ |
| সপ্তমী | সুধিয়ি | সুধিয়োঃ | সুধীষু |
| সম্বো | সুধীঃ | | |

এইদৰে—সুশ্ৰী ( শুৱনি ), হতশ্ৰী ( দৰিদ্ৰ ), অপহ্ৰী ( নিৰ্লজ্জ) আদি প্ৰায়বোৰ পুংলিঙ্গ ঈকাৰান্ত শব্দৰ ৰূপ হয়।

কিন্তু—সেনানী ( সেনাপতি ), অগ্ৰণী ( নেতা ), গ্ৰামণী ( গাওঁবুঢ়া ) আদিৰ ৰূপ অলপ ভিন।

## সেনানী

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | সেনানীঃ | সেনান্যৌ | সেনান্যঃ |
| দ্বিতীয়া | সেনান্যম্ | সেনান্যৌ | সেনান্যঃ |
| তৃতীয়া | সেনান্যা | সেনানীভ্যাম্ | সেনানীভিঃ |
| চতুৰ্থী | সেনান্যে | সেনানীভ্যাম্ | সেনানীভ্যঃ |
| পঞ্চমী | সেনান্যঃ | সেনানীভ্যাম্ | সেনানীভ্যঃ |
| ষষ্ঠী | সেনান্যঃ | সেনান্যোঃ | সেনান্যাম্ |
| সপ্তমী | সেনান্যাম্ | সেনান্যোঃ | সেনানীষু |
| সম্বো | সেনানীঃ | | |

অগ্ৰণী আৰু গ্ৰামণীৰো এই দৰে ৰূপ হয়।

## স্ত্ৰীলিঙ্গ ঈকাৰান্ত শব্দ—নদী

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | নদী | নদ্যৌ | নদ্যঃ |
| দ্বিতীয়া | নদীম্ | নদ্যৌ | নদীঃ |
| তৃতীয়া | নদ্যা | নদীভ্যাম্ | নদীভিঃ |
| চতুৰ্থী | নদ্যৈ | নদীভ্যাম্ | নদীভ্যঃ |
| পঞ্চমী | নদ্যাঃ | নদীভ্যাম্ | নদীভ্যঃ |
| ষষ্ঠী | নদ্যাঃ | নদ্যোঃ | নদীনাম্ |
| সপ্তমী | নদ্যাম্ | নদ্যোঃ | নদীষু |
| সম্বো | নদি | | |

মহী ( পৃথিবী ), নাৰী, পত্নী ( তিৰোতা ), সখী ( মহিলা বন্ধু ), দেৱী, ৱাপী ( কুৱা ), ধাত্ৰী ( ধাই ), গৌৰী, পুৰী ( নগৰ ), ৰাজ্ঞী, ৰজনী ( ৰাতি ), ৰমণী (তিৰোতা), জননী (মাতৃ), ভগিনী, কুমাৰী—ইত্যাদি প্ৰায়বোৰ ঈকাৰান্ত শব্দৰ এনেকুৱা ৰূপ।

**কিন্তু**—লক্ষ্মী, তৰী ( নাও ) আদিৰ প্ৰথমাৰ একবচনত লক্ষ্মীঃ, তৰীঃ এই বিসৰ্গযুক্ত ৰূপ হয়। আনবোৰ বিভক্তিত নদী শব্দৰ দৰে।

আকৌ, স্ত্ৰী, শ্ৰী, হ্ৰী, ধী, ভী—এই কেইটাৰ ৰূপতো বিশেষত্ব আছে।

## স্ত্ৰী ( তিৰোতা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | স্ত্ৰী | স্ত্ৰিয়ৌ | স্ত্ৰিয়ঃ |
| দ্বিতীয়া | স্ত্ৰিয়ম্, স্ত্ৰীম্ | স্ত্ৰিয়ৌ | স্ত্ৰিয়ঃ, স্ত্ৰীঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| তৃতীয়া | স্ত্ৰিয়া | স্ত্ৰীভ্যাম্ | স্ত্ৰীভিঃ |
| চতুৰ্থী | স্ত্ৰিয়ৈ | স্ত্ৰীভ্যাম্ | স্ত্ৰীভ্যঃ |
| পঞ্চমী | স্ত্ৰিয়াঃ | স্ত্ৰীভ্যাম্ | স্ত্ৰীভ্যঃ |
| ষষ্ঠী | স্ত্ৰিয়াঃ | স্ত্ৰিয়োঃ | স্ত্ৰীণাম্ |
| সপ্তমী | স্ত্ৰিয়াম্ | স্ত্ৰিয়োঃ | স্ত্ৰীষু |
| সম্বো | স্ত্ৰি | | |

## শ্ৰী ( লক্ষ্মী, সৌন্দৰ্য্য )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | শ্ৰীঃ | শ্ৰিয়ৌ | শ্ৰিয়ঃ |
| দ্বিতীয়া | শ্ৰিয়ম্ | শ্ৰিয়ৌ | শ্ৰিয়ঃ |
| তৃতীয়া | শ্ৰিয়া | শ্ৰীভ্যাম্ | শ্ৰীভিঃ |
| চতুৰ্থী | শ্ৰিয়ৈ, শ্ৰিয়ে | শ্ৰীভ্যাম্ | শ্ৰীভ্যঃ |
| পঞ্চমী | শ্ৰিয়াঃ, শ্ৰিয়ঃ | শ্ৰীভ্যাম্ | শ্ৰীভ্যঃ |
| ষষ্ঠী | শ্ৰিয়াঃ, শ্ৰিয়ঃ | শ্ৰিয়োঃ | শ্ৰিয়াম, শ্ৰীণাম্ |
| সপ্তমী | শ্ৰিয়াম্, শ্ৰিয়ি | শ্ৰিয়োঃ | শ্ৰীষু |
| সম্বো | শ্ৰীঃ | | |

স্ত্ৰীলিঙ্গ হ্ৰী ( লাজ ), ধী ( বুদ্ধি ) আৰু ভী ( ভয় ) শব্দবো এনে ৰূপ।

**প্ৰয়োগ ঃ—**

সেনাপতিৰ আদেশ—সেনান্যঃ আদেশঃ।

জননীৰ স্নেহ—জনন্যাঃ স্নেহঃ।

কুৱাৰ পানী—ৱাপ্যাঃ জলম্।

কুমাৰীসকলে নৈৰ পানীৰে গা ধুইছে—কুমাৰ্য্যঃ নদ্যাঃ জলেন স্নান্তি।

**সম্বন্ধ** বুজালে ষষ্ঠী বিভক্তি হয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা—

ৰাজা পৃথিবীৰ ঈশ্বৰ। গৌৰী শিৱৰ পত্নী। নদীৰ সোঁত (প্ৰবাহ)। দেশৰ সম্পদ। জ্ঞানীৰ বচন। গাওঁবুঢ়াৰ মাক। নাৱেৰে নদী পাৰ হৈছে (তৰতি)।

The women are talking. The nurse brings water of the well. The women of the city are coming. Kartika is the general of gods. The queen speaks to the maiden.

২। তলৰ পদবোৰ বাক্যত খটুওৱা—

পত্ন্যাঃ, ৰাজ্ঞীম্, শ্ৰিয়া, ভগিন্যঃ, ধাত্ৰীণাম্।

### পুংলিঙ্গ উকাৰান্ত শব্দ—**সাধু** (ধাৰ্ম্মিক)

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | সাধুঃ | সাধূ | সাধৱঃ |
| দ্বিতীয়া | সাধুম্ | সাধূ | সাধূন্ |
| তৃতীয়া | সাধুনা | সাধুভ্যাম্ | সাধুভিঃ |
| চতুৰ্থী | সাধৱে | সাধুভ্যাম্ | সাধুভ্যঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| পঞ্চমী | সাধোঃ | সাধুভ্যাম্ | সাধুভ্যঃ |
| ষষ্ঠী | সাধোঃ | সাধ্বোঃ | সাধূনাম্ |
| সপ্তমী | সাধৌ | সাধ্বোঃ | সাধুষু |
| সম্বো | সাধো | | |

ইন্দু ( জোন ), ইষু ( শৰ ), ঋতু, কাৰু ( শিল্পী ), গুৰু ( পূজ্য লোক ), জন্তু, তৰু, দস্যু, পশু, বন্ধু, বাহু, মৃত্যু, ৰিপু, ৱিধু ( জোন ), ৱিভু ( ঈশ্বৰ ), শিশু, সিন্ধু ( সাগৰ ), সেতু ( সাঁকো ), পৰশু ( কুঠাৰ ) ইত্যাদি পুংলিঙ্গ উকাৰান্ত শব্দৰ এই দৰে ৰূপ হয়।

স্ত্ৰীলিঙ্গ উকাৰান্ত শব্দ—**ধেনু** ( গাই গৰু )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ধেনুঃ | ধেনূ | ধেনৱঃ |
| দ্বিতীয়া | ধেনুম্ | ধেনূ | ধেনূঃ |
| তৃতীয়া | ধেন্বা | ধেনুভ্যাম্ | ধেনুভিঃ |
| চতুৰ্থী | ধেন্বৈ, ধেনৱে | ধেনুভ্যাম্ | ধেনুভ্যঃ |
| পঞ্চমী | ধেন্বাঃ, ধেনোঃ | ধেনুভ্যাম্ | ধেনুভ্যঃ |
| ষষ্ঠী | ধেন্বাঃ, ধেনোঃ | ধেন্বোঃ | ধেনূনাম্ |
| সপ্তমী | ধেন্বাম্, ধেনৌ | ধেন্বোঃ | ধেনুষু |
| সম্বো | ধেনো | | |

তনু—দেহ চঞ্চু—ঠোঁট

ৰজ্জু—জৰী ৰেণু—ধুলি, পৰাগ

—ইত্যাদি স্ত্ৰীলিঙ্গ উকাৰান্ত শব্দৰ ৰূপ ধেনু শব্দৰ দৰে।

## ক্লীবলিঙ্গ উকাৰান্ত শব্দ—মধু ( মৌ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | মধু | মধুনী | মধূনি |
| দ্বিতীয়া | মধু | মধুনী | মধূনি |
| তৃতীয়া | মধুনা | মধুভ্যাম্ | মধুভিঃ |
| চতুৰ্থী | মধুনে | মধুভ্যাম্ | মধুভ্যঃ |
| পঞ্চমী | মধুনঃ | মধুভ্যাম্ | মধুভ্যঃ |
| ষষ্ঠী | মধুনঃ | মধুনোঃ | মধূনাম্ |
| সপ্তমী | মধুনি | মধুনোঃ | মধুষু |
| সম্বো | মধো, মধু | | |

অম্বু—পানী দাৰু—কাঠ শ্মশ্ৰু—ডাঢ়ি

অশ্ৰু—চকুলো বসু—ধন অলাবু—লাউ

জতু—লা জানু—আঠু বস্তু—

—ইত্যাদি উকাৰান্ত ক্লীবলিঙ্গ শব্দৰ ৰূপ মধু শব্দৰ দৰে।

উকাৰান্ত শব্দ ক্লীবলিঙ্গৰ বিশেষণ হলে চতুৰ্থী আৰু পঞ্চমীৰ একবচন, ষষ্ঠী আৰু সপ্তমীৰ একবচন আৰু দ্বিবচনত বিকল্পে **সাধু** শব্দৰ দৰেও ৰূপ হয়।

## ক্ৰিয়াপদ

### লট্ বিভক্তি—প্ৰথম পুৰুষ ( পৰস্মৈপদ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | তি | তস্ | অন্তি |
| অস্—( হোৱা ) | অস্তি | স্তঃ | সন্তি |
| কৃ—( কৰা ) | কৰোতি | কুৰুতঃ | কুৰ্বন্তি |

( আত্মনেপদ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | তে | আতে | অন্তে |
| শী—( শোৱা ) | শেতে | শয়াতে | শেৰতে |
| ৱৃৎ—( থকা ) | ৱৰ্ত্ততে | ৱৰ্ত্তেতে | ৱৰ্ত্তন্তে |

**প্ৰয়োগ ঃ—**

কেচুৱাটোৱে মাটিত শুইছে—শিশুঃ ভূমৌ শেতে।

গছবোৰত চৰাই আছে—তৰুষু ৱিহগাঃ সন্তি।

চন্দ্ৰই আকাশত পোহৰ দিছে—ইন্দুঃ গগনে ভাতি।

দেহত শোণিত আছে—তন্বাং ৰক্তং ৱৰ্ত্ততে।

পশুবিলাক বনত থাকে—পশৱঃ ৱনে ৱসন্তি।

চকুলোবোৰ আঠুত পৰিছে—অশ্ৰূণি জানুনি পতন্তি।

ক্ৰিয়াৰ আধাৰক **অধিকৰণ** বোলে। অধিকৰণত সপ্তমী বিভক্তি হয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা ঃ—

দস্যুবোৰে মাটিত বহিছে। সাঁকোত গৰুবোৰ আছে। সাধুসকল বনত আছে। ৰামৰ বাহুত বল আছে। গাই দুজনীয়ে গাখীৰ দিয়ে।

The dusts fall on the trees. Friends come in prosperity ( সম্পত্তি ). The moon is in the sky. The children sleep on dusts. The bird brings a rope with the beak.

২। অসমীয়া কৰা—

জানুনি, তনুঃ, পৰশুনা, সিন্ধৱে, ৱস্তুনোঃ, ৱিধৌ, শিশুভ্যাম্।

## পুংলিঙ্গ উকাৰান্ত শব্দ—স্বয়ম্ভূ ( ব্ৰহ্মা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | স্বয়ম্ভূঃ | স্বয়ম্ভুৱৌ | স্বয়ম্ভুৱঃ |
| দ্বিতীয়া | স্বয়ম্ভুৱম্ | স্বয়ম্ভুৱৌ | স্বয়ম্ভুৱঃ |
| তৃতীয়া | স্বয়ম্ভুৱা | স্বয়ম্ভূভ্যাম্ | স্বয়ম্ভূভিঃ |
| চতুৰ্থী | স্বয়ম্ভুৱে | স্বয়ম্ভূভ্যাম্ | স্বয়ম্ভূভ্যঃ |
| পঞ্চমী | স্বয়ম্ভুৱঃ | স্বয়ম্ভূভ্যাম্ | স্বয়ম্ভূভ্যঃ |
| ষষ্ঠী | স্বয়ম্ভুৱঃ | স্বয়ম্ভুৱোঃ | স্বয়ম্ভুৱাম্ |
| সপ্তমী | স্বয়ম্ভুৱি | স্বয়ম্ভুৱোঃ | স্বয়ম্ভূষু |
| সম্বো | স্বয়ম্ভূঃ | | |

**সঙ্কেত ঃ**—ৱ পাচত থাকিলে উকাৰ হ্ৰস্ব হয়।

প্ৰতিভূ—জামিন আত্মভূ—আপোনা আপুনি হোৱা
মনোভূ—কামদেৱ জিতভূ—পৃথিবী বিজেতা

—ইত্যাদি প্ৰায়বোৰ উকাৰান্ত পুংলিঙ্গ শব্দৰ এনেকুৱা ৰূপ।

## স্ত্ৰীলিঙ্গ উকাৰান্ত শব্দ—ৱধূ ( পত্নী, কন্যা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ৱধূঃ | ৱধ্বৌ | বধ্বঃ |
| দ্বিতীয়া | ৱধূম্ | ৱধ্বৌ | ৱধূঃ |
| তৃতীয়া | ৱধ্বা | ৱধূভ্যাম্ | ৱধূভিঃ |
| চতুৰ্থী | ৱধ্বৈ | ৱধূভ্যাম্ | ৱধূভ্যঃ |
| পঞ্চমী | ৱধ্বাঃ | ৱধূভ্যাম্ | ৱধূভ্যঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| ষষ্ঠী | ৱধ্বাঃ | ৱধ্বোঃ | ৱধূনাম্ |
| সপ্তমী | ৱধ্বাম্ | ৱধ্বোঃ | ৱধূষু |
| সম্বো | বধূ | | |

চমূ—সেনাবাহিনী
চঞ্চু—ঠোঁট
তনু—দেহ
শ্বশ্ৰূ—শাহু
যৱাগূ—ভাতৰ মণ্ড
সৰযূ—এখন নৈ
পুত্ৰৱধূ—বোৱাৰী

—ইত্যাদি প্ৰায়বোৰ উকাৰান্ত স্ত্ৰীলিঙ্গ শব্দৰ এই ৰূপ। কিন্তু ভূ (পৃথিবী), ভ্ৰূ (চেলাউৰি) আদিৰ ৰূপ অলপ ভিন।

## ভূ

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ভূঃ | ভুৱৌ | ভুৱঃ |
| দ্বিতীয়া | ভুৱম্ | ভুৱৌ | ভুৱঃ |
| তৃতীয়া | ভুৱা | ভূভ্যাম্ | ভূভিঃ |
| চতুৰ্থী | ভুৱে | ভূভ্যাম্ | ভূভ্যঃ |
| পঞ্চমী | ভুৱাঃ, ভুৱঃ | ভূভ্যাম্ | ভূভ্যঃ |
| ষষ্ঠী | ভুৱাঃ, ভুৱঃ | ভুৱোঃ | ভুৱাম, ভূনাম |
| সপ্তমী | ভুৱাম, ভুৱি | ভুৱোঃ | ভূষু |
| সম্বো | ভূঃ | | |

**সঙ্কেত ঃ**—পাচত ৱ থাকিলে উকাৰ হ্রস্ব হয়।

ভ্রূ—শব্দৰ এইদৰে ৰূপ হয়।

উকাৰান্ত ক্লীবলিঙ্গ শব্দ নাই।

## ক্রিয়াপদ

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| | তু | তাম্ | অন্তু |
| গম্—গচ্ছ্ ( যোৱা ) | গচ্ছতু | গচ্ছতাম | গচ্ছন্তু |
| স্থা—তিষ্ঠ্ ( থকা ) | তিষ্ঠতু | তিষ্ঠতাম্ | তিষ্ঠন্তু |
| ভূ—ভৱ্ ( হোৱা ) | ভৱতু | ভৱতাম্ | ভৱন্তু |
| ৱদ্—( কোৱা ) | ৱদতু | ৱদতাম্ | ৱদন্তু |
| সৃজ্—( সৃষ্টি কৰা ) | সৃজতু | সৃজতাম্ | সৃজন্তু |
| প্র-নম্—( নমস্কাৰ কৰা ) | প্রণমতু | প্রণমতাম্ | প্রণমন্তু |

**প্রয়োগ ঃ**—

গোপাল জামিন হওক—গোপালঃ প্রতিভূঃ ভৱতু।

ব্রহ্মাই বিশ্ব সৃষ্টি কৰক—স্বয়ম্ভূঃ ৱিশ্বং সৃজতু।

বোৱাৰীয়েকে শাহুৱেকক প্রণাম কৰক—পুত্রৱধূঃ শ্বশ্রূং প্রণমতু।

পৃথিবীৰ সম্পদ ৰামৰ হওক—ভুৱঃ শ্রীঃ ৰামস্য ভৱতু।

আদেশ, অনুৰোধ, প্রার্থনা, আশীর্ব্বাদ আদি অৰ্থত **লোট্** বিভক্তিৰ প্রয়োগ হয়।

## অনুশীলনী

১। সংস্কৃতত অনুবাদ কৰা—

দেৱতাসকলে ব্ৰহ্মাক প্ৰণাম কৰক। চৰাইটোৱে ঠোঁটেৰে লৈ আহক। তিৰোতাজনীয়ে সৰযূত গা ধোৱক। কামদেৱে শৰ মাৰক ( মুঞ্চতু )। কন্য' ছুজনী আহক।

The daughter-in-laws bow down to the mother-in-laws The mother-in-laws advise ( উপদিশন্তি ) the daughter-in-laws. The trees drink the moistures of the earth ( ভূ )।

২। তলত দিয়া পদবোৰ বাক্যত প্ৰযোগ কৰা :—

চঞ্চ্বা, তনূঃ, স্বয়ম্ভুৱে, চমূম্, ভ্ৰুৱোঃ।

### পুংলিঙ্গ ঋকাৰান্ত শব্দ—দাতৃ ( দান কৰোতা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | দাতা | দাতাৰৌ | দাতাৰঃ |
| দ্বিতীয়া | দাতাৰম্ | দাতাৰৌ | দাতৄন |
| তৃতীয়া | দাত্ৰা | দাতৃভ্যাম্ | দাতৃভিঃ |
| চতুৰ্থী | দাত্ৰে | দাতৃভ্যাম্ | দাতৃভ্যঃ |
| পঞ্চমী | দাতুঃ | দাতৃভ্যাম্ | দাতৃভ্যঃ |
| ষষ্ঠী | দাতুঃ | দাত্ৰোঃ | দাতৄণাম্ |
| সপ্তমী | দাতৰি | দাত্ৰোঃ | দাতৃষু |
| সম্বো | দাতঃ | | |

কৰ্ত্তৃ—কৰোতা শ্ৰোতৃ—শুনোতা
ধাতৃ—সৃষ্টিকৰ্ত্তা বক্তৃ—কওঁতা
জেতৃ—জয়কাৰী দ্ৰষ্টৃ—দেখোতা

স্রষ্টৃ—সৃজনকাৰী  সৱিতৃ—সূৰ্য্য
নপ্তৃ—নাতি  ৱিধাতৃ—সৃষ্টিকৰ্ত্তা

—ইত্যাদি ঋকাৰান্ত পুংলিঙ্গ শব্দৰ ৰূপ **দাতৃ** শব্দৰ দৰে। কিন্তু **পিতৃ** আদি কেইটামান শব্দৰ ৰূপ অলপ ভিন।

## পিতৃ

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | পিতা | পিতৰৌ | পিতৰঃ |
| দ্বিতীয়া | পিতৰম্ | পিতৰৌ | পিতৄন্ |
| সম্বো | পিতঃ | পিতৰৌ | পিতৰঃ |

বাকীবোৰ বিভক্তিত **দাতৃ** শব্দৰ দৰে।

ভ্ৰাতৃ, জামাতৃ, দেৱৃ (দেৱৰ) শব্দৰ ৰূপ পিতৃ শব্দৰ দৰে। নৃ (মানুহ) শব্দবো ৰূপ ভ্ৰাতৃ শব্দৰ দৰেই, কেৱল ষষ্ঠীৰ বহুবচনত নৃণাম, নৄণাম্ এই দুই ৰূপ হয়।

স্ত্ৰীলিঙ্গ ঋকাৰান্ত শব্দ মাতৃ, দুহিতৃ (জীয়েক) আদিৰ ৰূপ ভ্ৰাতৃ শব্দৰ দৰে হয়, আৰু স্বসৃ (ভনী) শব্দৰ ৰূপ দাতৃ শব্দৰ দৰে; কেৱল দ্বিতীয়াৰ বহুবচনত মাতৄঃ, দুহিতৄঃ, স্বসৄঃ—এনেকুৱা ৰূপ হয়।

## ক্লীবলিঙ্গ ঋকাৰান্ত শব্দ—**ধাতৃ** (ধাই)

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | ধাতৃ | ধাতৃণী | ধাতৄণি |
| দ্বিতীয়া | ধাতৃ | ধাতৃণী | ধাতৄণি |
| তৃতীয়া | ধাতৃণা, ধাত্ৰা | ধাতৃভ্যাম | ধাতৃভিঃ |

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| চতুৰ্থী | ধাতৃণে, ধাত্ৰে | ধাতৃভ্যাম্ | ধাতৃভ্যঃ |
| পঞ্চমী | ধাতৃণঃ, ধাতুঃ | ধাতৃভ্যাম্ | ধাতৃভ্যঃ |
| ষষ্ঠী | ধাতৃণঃ, ধাতুঃ | ধাতৃণোঃ, ধত্ৰোঃ | ধাতৃণাম্ |
| সপ্তমী | ধাতৃণি, ধাতৰি | ধাতৃণোঃ, ধাত্ৰোঃ | ধাতৃষু |
| সম্বো | ধাতঃ, থাতৃ | | |

ঋকাৰান্ত ক্লীবলিঙ্গ শব্দৰ এনে ৰূপ।

## ক্ৰিয়াপদ

### লোট বিভক্তি—প্ৰথম পুৰুষ ( আত্মনেপদ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | তাম্ | আতাম্ | অন্তাম্ |
| ভাষ্—( কোৱা ) | ভাষতাম্ | ভাষেতাম্ | ভাষন্তাম্ |
| সেৱ্—( সেৱা কৰা ) | সেৱতাম্ | সেৱেতাম্ | সেৱন্তাম্ |
| ত্ৰৈ—( ৰক্ষা কৰা ) | ত্ৰাযতাম্ | ত্ৰাযেতাম্ | ত্ৰাযন্তাম্ |
| লভ্—( পোৱা ) | লভতাম্ | লভেতাম্ | লভন্তাম্ |
| ৱৃৎ—( থকা ) | ৱৰ্ত্ততাম্ | ৱৰ্ত্তেতাম্ | ৱৰ্ত্তন্তাম্ |
| ৱন্দ্—( প্ৰণাম কৰা ) | ৱন্দতাম্ | ৱন্দেতাম্ | ৱন্দন্তাম্ |

**প্ৰয়োগ ঃ—**

পুতেকহঁতে পিতাকক সেৱা কৰক—পুত্ৰাঃ পিতৰং সেৱন্তাম্।
ভনীহঁত ঘৰত থাকক—স্বসাৰঃ গৃহে ৱৰ্ত্তন্তাম্।
গোপালৰ ভায়েকে কওক—গোপালস্য ভ্ৰাতা ভাষতাম্।
বক্তা দুজনে পাওক—ৱক্তাৰৌ লভেতাম্।

## অনুশীলনী

১। সংস্কৃতত অনুবাদ কৰা—

দাতাৰ জয় হওক। সবিতাই ভনীক ৰক্ষা কৰক। ৰজাই বিধাতাৰ আশীৰ্ব্বাদ লাভ কৰক। ৰামে মাতৃসকলক প্ৰণাম কৰক। দৰিদ্ৰজনে দাতাৰ পৰা ধন লাভ কৰক।

The brother is in the house of the sister. The audience (শ্ৰোতৃ) have come to the meeting. Uma is looking at the sun (সবিতৃ)। The mother-in-law has gone to the house of the son-in-law.

২। শূন্য ঠাই পূৰোৱা—

সুতঃ ——— পশ্যতি। ——— আশীৰ্বাদং লভতে। ——— শ্বশুৰং বন্দতাম্। ——— ভাসন্তাম্। ঋষিঃ ——— প্ৰণমতি।

### পুংলিঙ্গ ওকাৰান্ত শব্দ—গো (বলদ, গৰু)

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | গৌঃ | গাৱৌ | গাৱঃ |
| দ্বিতীয়া | গাম্ | গাৱৌ | গাঃ |
| তৃতীয়া | গৱা | গোভ্যাম্ | গোভিঃ |
| চতুৰ্থী | গৱে | গোভ্যাম্ | গোভ্যঃ |
| পঞ্চমী | গোঃ | গোভ্যাম্ | গোভ্যঃ |
| ষষ্ঠী | গোঃ | গৱোঃ | গৱাম্ |
| সপ্তমী | গৱি | গৱোঃ | গোষু |
| সম্বো | গৌঃ | | |

ওকাৰান্ত পুংলিঙ্গ শব্দৰ এইদৰে ৰূপ হয়।

স্ত্ৰীলিঙ্গ ওকাৰান্ত শব্দ **দো** ( স্বৰ্গ ) আদিৰ ৰূপো **গো** শব্দৰ দৰে। গাই গৰু বুজালে **গো** শব্দও স্ত্ৰীলিঙ্গত ব্যৱহাৰ হয়।

পুংলিঙ্গ ঔকাৰান্ত শব্দ—**গ্লৌ** ( চন্দ্ৰ, কৰ্পূৰ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | গ্লৌঃ | গ্লাৱৌ | গ্লাৱঃ |
| দ্বিতীয়া | গ্লাৱম্ | গ্লাৱৌ | গ্লাৱঃ |
| তৃতীয়া | গ্লাৱা | গ্লৌভ্যাম্ | গ্লৌভিঃ |
| চতুৰ্থী | গ্লাৱে | গ্লৌভ্যাম্ | গ্লৌভ্যঃ |
| পঞ্চমী | গ্লাৱঃ | গ্লৌভ্যাম্ | গ্লৌভ্যঃ |
| ষষ্ঠী | গ্লাৱঃ | গ্লাৱোঃ | গ্লাৱাম্ |
| সপ্তমী | গ্লাৱি | গ্লাৱোঃ | গ্লৌষু |
| সম্বো | গ্লৌঃ | | |

পুংলিঙ্গ ঔকাৰান্ত শব্দৰ এনে ৰূপ। স্ত্ৰীলিঙ্গ ঔকাৰান্ত শব্দ **নৌ** ( নাও ) আদিৰো এনে ৰূপ।

## ক্ৰিয়াপদ

লঙ্ বিভক্তি—প্ৰথম পুৰুষ ( পৰস্মৈপদ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| | দ্ | তাম্ | অন্ |
| গম্—গচ্ছ্ ( যোৱা ) | অগচ্ছৎ | অগচ্ছতাম্ | অগচ্ছন্ |
| স্থা—তিষ্ঠ্ ( থকা ) | অতিষ্ঠৎ | অতিষ্ঠতাম্ | অতিষ্ঠন্ |
| ভূ—ভৱ্ ( হোৱা ) | অভৱৎ | অভৱতাম্ | অভৱন্ |
| পৎ—( পৰা ) | অপতৎ | অপততাম্ | অপতন্ |
| চৰ্ ( চৰি ফুৰা ) | অচৰৎ | অচৰতাম্ | অচৰন্ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| | দ্ | তাম্ | অন্ |
| তৄ—তৰ্ ( পাৰ হোৱা ) | অতৰৎ | অতৰতাম্ | অতৰন্ |
| দৃশ্—পশ্য্ ( দেখা ) | অপশ্যৎ | অপশ্যতাম্ | অপশ্যন্ |
| দা—যচ্ছ্ ( দিয়া ) | অযচ্ছৎ | অযচ্ছতাম্ | অযচ্ছন্ |
| অস্—( থকা ) | আসীৎ | আস্তাম্ | আসন্ |
| কৃষ্—কর্ষ্ ( চহোৱা ) | অকর্ষৎ | অকর্ষতাম্ | অকর্ষন্ |

**প্রয়োগ ঃ—**

গৰুটো পথাৰত চৰি আছিল—গৌঃ ক্ষেত্রে অচৰৎ।

পাণ্ডৱসকলে নাৱেৰে নদী পাৰ হৈছিল—পাণ্ডৱাঃ নাৱা নদীম্ অতৰন্।

ছোৱালী দুজনীয়ে পানীত চন্দ্ৰৰ বিম্ব চাইছিল—বালিকে অম্বুনি গ্লাৱঃ বিম্বম্ অপশ্যতাম্।

ৰাৱণ আকাশেৰে গৈছিল—ৰাৱণঃ দ্যুৱা অগচ্ছৎ।

অতীতকাল বুজাবলৈ লঙ্ বিভক্তি হয়; লঙ্ বিভক্তি হ'লে ধাতুৰ আগত এটা অ বহে।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা ঃ—

দেৱতাসকল আকাশৰপৰা আহিছিল ( আ-গম্ )। নাওখনত মাছবোৰ আছিল। ল'ৰাইঁতে আকাশত জোন দেখিছিল। জনকে গৰুবোৰ যাজ্ঞবল্ক্যক দিছিল।

The men crossed the river by the boat. The farmer ploughs the field ( ক্ষেত্রম ) with the bullocks. Indra was looking from heaven.

২। গৱোঃ, নাৱঃ, গ্লৌঃ, দ্যৱি—এই পদ কেইটা বাক্যত প্রয়োগ কৰা।

## ব্যঞ্জনান্ত শব্দ

ব্যঞ্জনান্ত পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ শব্দৰ ৰূপৰ কোনো প্ৰভেদ নাই ; কিন্তু ক্লীবলিঙ্গ ব্যঞ্জনান্ত শব্দৰ প্ৰথমা, দ্বিতীয়া আৰু সম্বোধনত বেলেগ ৰূপ হয়।

স্ত্ৰীলিঙ্গ চ্কাৰান্ত শব্দ—**বাচ্** ( কথা )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | ৱাক্ ( বাগ্ ) | বাচৌ | ৱাচঃ |
| দ্বিতীয়া | ৱাচম্ | ৱাচৌ | ৱাচঃ |
| তৃতীয়া | ৱাচা | ৱাগ্ভ্যাম্ | ৱাগ্ভিঃ |
| চতুৰ্থী | বাচে | ৱাগ্ভ্যাম্ | ৱাগ্ভ্যঃ |
| পঞ্চমী | ৱাচঃ | ৱাগ্ভ্যাম্ | ৱাগ্ভ্যঃ |
| ষষ্ঠী | ৱাচঃ | ৱাচোঃ | ৱাচাম্ |
| সপ্তমী | ৱাচি | ৱাচোঃ | ৱাক্ষু |
| সম্বো | ৱাক্ ( বাগ্ ) | | |

| পুংলিঙ্গ | | স্ত্ৰীলিঙ্গ |
|---|---|---|
| জলমুচ্— | মেঘ | ঋচ্—স্তোত্ৰ |
| ৱাৰিমুচ্— | মেঘ | ত্বচ্—ছাল |
| পযোমুচ্— | মেঘ | শুচ্—শোক |

—ইত্যাদি শব্দৰ ৰূপ বাচ্ শব্দৰ দৰে।

পুংলিঙ্গ জ্কাৰান্ত শব্দ—**বণিজ্** ( সদাগৰ )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | ৱণিক্ ( ৱণিগ্ ) | ৱণিজৌ | ৱণিজঃ |
| দ্বিতীয়া | ৱণিজম্ | ৱণিজৌ | ৱণিজঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| তৃতীয়া | ৰণিজা | ৰণিগ্‌ভ্যাম্ | বণিগ্‌ভিঃ |
| চতুৰ্থী | ৰণিজে | ৰণিগ্‌ভ্যাম্ | ৰণিগ্‌ভ্যঃ |
| পঞ্চমী | ৰণিজঃ | ৰণিগ্‌ভ্যাম্ | ৰণিগ্‌ভ্যঃ |
| ষষ্ঠী | ৰণিজঃ | ৰণিজোঃ | ৰণিজাম্ |
| সপ্তমী | ৰণিজি | ৰণিজোঃ | ৰণিক্ষু |
| সম্বো | বণিক্ (ৰণিগ্) | | |

| পুংলিঙ্গ | স্ত্রীলিঙ্গ |
|---|---|
| ঋত্বিজ্—পুৰোহিত | স্রজ্—মালা |
| ভিষজ্—চিকিৎসক | ৰুজ্—বেমাৰ |
| ভূভুজ্—ৰজা | উৰ্জ্—বল, ৰস |

—ইত্যাদি জ্‌কাৰান্ত শব্দৰ এই দৰে ৰূপ হয়।

কিন্তু **সম্ৰাজ্** আদি কেইটামান শব্দৰ ৰূপ অলপ ভিন্।

## পুংলিঙ্গ শব্দ—**সম্ৰাজ্** (সম্ৰাট)

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | সম্ৰাট্ (ড্) | সম্ৰাজৌ | সম্ৰাজঃ |
| দ্বিতীয়া | সম্ৰাজম্ | সম্ৰাজৌ | সম্ৰাজঃ |
| তৃতীয়া | সম্ৰাজা | সম্ৰাড্‌ভ্যাম্ | সম্ৰাড্‌ভ্যঃ |
| চতুৰ্থী | সম্ৰাজে | সম্ৰাড্‌ভ্যাম্ | সম্ৰাড ভ্যঃ |
| পঞ্চমী | সম্ৰাজঃ | সম্ৰাড্‌ভ্যাম্ | সম্ৰাড ভ্যঃ |

কীৰ্ত্ত { উল্লেখ কৰা / প্ৰশংসা কৰা } কীৰ্ত্তয়তি — ভক্ষ্ ( খোৱা )—ভক্ষয়তি

গণ্ ( লেখ কৰা )— গণযতি — মন্ত্ৰ্ ( মন্ত্ৰণা কৰা )—মন্ত্ৰয়তে

চিন্ত্ ( ভবা )—চিন্তয়তি — ৰচ্ ( ৰচনা কৰা )—ৰচয়তি

তৰ্জ্ ( তিৰস্কাৰ কৰা )—তৰ্জয়তি-েত — লোক্ ( চোৱা )—লোকযতি

দণ্ড্ ( শাস্তি দিয়া )—দণ্ডয়তি — স্পৃহ্ (ইচ্ছা কৰা)—স্পৃহয়তি

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

পৰৰ বস্তু চুৰ কৰা উচিত নহয়। ৰজাই চোৰক দণ্ড দিযে। ৰাক্ষসে মানুহ খায়। এটা কবিতা ৰচনা কৰা। দুষ্ট ৰজাই প্ৰজাসকলক উৎপীড়ন কৰে।

The rich oppress the poor. I composed an essay. He stole my pen. Worship your parents. Say now.

২। অসমীয়াৰে ভাঙনি কৰা :—

তত্ত্বমিদং চিন্তয় ভ্ৰাতঃ। শকুন্তলা সখীমঙ্গুল্যা তৰ্জযতি। স্পৃহয়ামি খলু অস্মৈ। মনস্বী ন গণয়তি দুঃখম্ ন চ সুখম্। ৱয়ং চাৰ্থামহে ৱসু। প্ৰাজ্ঞঃ ৱিদ্যামৰ্থঞ্চ চিন্তযেৎ।

# স্বাদিগণীয় ধাতুৰূপ

## শ্ৰু-ধাতু ( পৰস্মৈপদী )—শুনা।

### শ্ৰু = শৃ

**লট্**—শৃণোতি, শৃণুতঃ, শৃণ্বন্তি ; শৃণোষি, শৃণুথঃ, শৃণুথ ; শৃণোমি, শৃণুৱঃ ( শৃণ্বঃ ), শৃণুমঃ ( শৃণ্মঃ )

**লোট্**—শৃণোতু, শৃণুতাম্, শৃণ্বন্তু ; শৃণু, শৃণুতম্, শৃণুত ; শৃণৱানি, শৃণৱাৱ, শৃণৱাম।

**লঙ**—অশৃণোৎ, অশৃণুতাম, অশৃণ্বন্ ; অশৃণোঃ, অশৃণুতম্, অশৃণুত ;
অশৃণৱম্, অশৃণুৱ ( অশৃণ্ব ), অশৃণুম ( অশৃণ্ম )।

**বিধিলিঙ্**—শৃণুয়াৎ, শৃণুয়াতাম্, শৃণুয়ুঃ ; শৃণুয়াঃ, শৃণুয়াতম্, শৃণুয়াত ;
শৃণুয়াম, শৃণুয়াৱ, শৃণুয়াম।

**আপ্**-ধাতু ( পৰস্মৈপদী )—পোৱা

**লট্**—অপ্নোতি, আপ্নুতঃ, আপ্নুৱন্তি ; আপ্নোষি, আপ্নুথঃ, আপ্নুথ ;
আপ্নোমি, আপ্নুৱঃ, আপ্নুমঃ।

**লোট্**—আপ্নোতু, আপ্নুতাম্, আপ্নুৱন্তু ; আপ্নুহি, আপ্নুতম্,
আপ্নুত ; আপ্নৱানি, আপ্নৱাৱ, আপ্নৱাম।

**লঙ্**—আপ্নোৎ, আপ্নুতাম্, আপ্নুৱন্ ; আপ্নোঃ, আপ্নুতম্, আপ্নুত ;
আপ্নুৱম্, আপ্নুৱ, আপ্নুম।

**বিধিলিঙ্**—আপ্নুয়াৎ, আপ্নুয়াতাম্, আপ্নুয়ুঃ : আপ্নুয়াঃ,
আপ্নুয়াতম্, আপ্নুয়াত ; আপ্নুয়াম্, আপ্নুয়াৱ, আপ্নুয়াম।

**শক্**—( পাৰা, সমৰ্থ হোৱা ) ধাতুৰো এইদৰে ৰূপ হয়।

## তনাদিগণীয় ধাতুৰূপ

**কৃ**-ধাতু ( উভয়পদী )—কৰা

**পৰস্মৈপদ**

**লট্**—কৰোতি, কুৰুতঃ, কুৰ্ৱন্তি ; কৰোষি, কুৰুথঃ, কুৰুথ ; কৰোমি,
কুৰ্ৱঃ, কুৰ্মঃ।

**লোট্**—কৰোতু, কুৰুতাম্, কুৰ্ৱন্তু ; কুৰু, কুৰুতম্, কুৰুত ; কৰৱাণি,
কৰৱাৱ, কৰৱাম।

**লঙ্**—অকৰোৎ, অকুৰুতাম, অকুৰ্ব্বন্ ; অকৰোঃ, অকুৰুতম্, অকুৰুত ;
অকৰৱম্, অকুৰ্ব্ব, অকুৰ্ম।

**ৱিধিলিঙ্**—কুৰ্য্যাৎ, কুৰ্য্যাতাম্, কুৰ্য্যুঃ ; কুৰ্য্যাঃ, কুৰ্য্যাতম্, কুৰ্য্যাত ;
কুৰ্য্যাম্, কুৰ্য্যাৱ, কুৰ্য্যাম।

## ক্র্যাদিগণীয় ধাতুৰূপ

### গ্ৰহ্-ধাতু ( উভয়পদী )—লোৱা

পৰস্মৈপদ

**লট্**—গৃহ্লাতি, গৃহ্লীতঃ, গৃহ্লন্তি ; গৃহ্লাসি, গৃহ্লীথঃ, গৃহ্লীথ ; গৃহ্লামি,
গৃহ্লীৱঃ, গৃহ্লীমঃ।

**লোট্**—গৃহ্লাতু, গৃহ্লীতম্, গৃহ্লন্তু ; গৃহাণ, গৃহ্লীতম, গৃহ্লীত ; গৃহ্লানি,
গৃহ্লাৱ, গৃহ্লাম।

**লঙ্**—অগৃহ্লাৎ, অগৃহ্লীতম্, অগৃহ্লন্ ; অগৃহ্লাঃ, অগৃহ্লীতম্, অগৃহ্লীত ;
অগৃহ্লাম্, অগৃহ্লীৱ, অগৃহ্লীম।

**ৱিধিলিঙ্**—গৃহ্লীয়াৎ, গৃহ্লীয়াতাম্, গৃহ্লীয়ুঃ ; গৃহ্লীয়াঃ, গৃহ্লীয়াতম্,
গৃহ্লীয়াত ; গৃহ্লীয়াম্, গৃহ্লীয়াৱ, গৃহ্লীয়াম।

**অশ্**-ধাতু ( খোৱা )—পৰস্মৈপদী—ইয়াৰো অশ্নাতি, অশ্নীতঃ এইদৰে গ্ৰহ্ ধাতুৰ দৰে ৰূপ হয়।

### জ্ঞা-ধাতু ( উভয়পদী )—জনা

পৰস্মৈপদ

**লট্**—জানাতি, জানীতঃ, জানন্তি ; জানাসি, জানীথঃ, জানীথ ;
জানামি, জানীৱঃ, জানীমঃ।

**লোট্**—জানাতু, জানীতাম্, জানন্তু ; জানীহি, জানীতম্, জানীত ; জানানি, জানাব, জানাম।

**লঙ্**—অজানাৎ, অজানীতাম্, অজানন্ ; অজানাঃ, অজানীতম্, অজানীত ; অজানাম্, অজানীব, অজানীম।

**বিধিলিঙ্**—জানীয়াৎ, জানীয়াতাম্, জানীয়ুঃ ; জানীয়াঃ, জানীয়াতম্, জানীয়াত ; জানীয়াম্, জানীয়াব, জানীয়াম।

## রুধাদিগণীয় ধাতুরূপ

ভুজ্-ধাতু ( আত্মনেপদী )—খোৱা, উপভোগ কৰা

**লট্**—ভুঙ্‌ক্তে, ভুঞ্জাতে, ভুঞ্জতে ; ভুঙ্‌ক্ষে, ভুঞ্জাথে, ভুঙ্‌গ্ধ্বে ; ভুঞ্জে, ভুঞ্জ্বহে, ভুঞ্জ্মহে।

**লোট্**—ভুঙ্‌ক্তাম, ভুঞ্জাতাম্, ভুঞ্জতাম্ ; ভুঙ্‌ক্ষ, ভুঞ্জাথাম্, ভুঙ্‌গ্ধ্বম্ ; ভুনজৈ, ভুনজাবহৈ, ভুনজামহৈ।

**লঙ্**—অভুঙ্‌ক্ত, অভুঞ্জাতাম্, অভুঞ্জত ; অভুঙ্‌ক্থাঃ, অভুঞ্জাথাম্, অভুঙ্‌গ্ধ্বম্ ; অভুঞ্জি, অভুঞ্জ্বহি, অভুঞ্জ্মহি।

**বিধিলিঙ**—ভুঞ্জীত, ভুঞ্জীয়াতাম্, ভুঞ্জীরন্ ; ভুঞ্জীথাঃ, ভুঞ্জীয়াথাম্, ভুঞ্জীধ্বম্ ; ভুঞ্জীয়, ভুঞ্জীবহি, ভুঞ্জীমহি।

## অদাদিগণীয় ধাতুরূপ

অস্-ধাতু ( পৰস্মৈপদী )—হোৱা, থকা

### লট্

| | প্ৰথম পুৰুষ | মধ্যম পুৰুষ | উত্তম পুৰুষ |
|---|---|---|---|
| একবচন | অস্তি | অসি | অস্মি |
| দ্বিবচন | স্তঃ | স্থঃ | স্বঃ |
| বহুবচন | সন্তি | স্থ | স্মঃ |

## লোট্

| | প্রথম পুরুষ | মধ্যম পুরুষ | উত্তম পুরুষ |
|---|---|---|---|
| একবচন | অস্তু | এধি | অসানি |
| দ্বিবচন | স্তাম্ | স্তম্ | অসাব |
| বহুবচন | সন্তু | স্ত | অসাম |

## লঙ্

| | | | |
|---|---|---|---|
| একবচন | আসীৎ | আসীঃ | আসম্ |
| দ্বিবচন | আস্তাম্ | আস্তম | আস্ব |
| বহুবচন | আসন্ | আস্ত | আস্ম |

## বিধিলিঙ্

| | | | |
|---|---|---|---|
| একবচন | স্যাৎ | স্যাঃ | স্যাম |
| দ্বিবচন | স্যাতাম্ | স্যাতম্ | স্যাব |
| বহুবচন | স্যুঃ | স্যাত | স্যাম |

### হন্-ধাতু ( পরস্মৈপদী )—মরা।

লট্—হন্তি, হতঃ, ঘ্নন্তি, হংসি, হথঃ, হথ, হন্মি, হন্বঃ, হন্মঃ।

লোট্—হন্তু, হতাম, ঘ্নন্তু, জহি, হতম্, হত, হনানি, হনাব, হনাম।

লঙ্—অহন্, অহতাম্, অঘ্নন্, অহন্, অহতম, অহত, অহনম্, অহন্ব, অহন্ম।

বিধিলিঙ্—হন্যাৎ, হন্যাতাম্, হন্যুঃ, হন্যাঃ, হন্যাতম্, হন্যাত, হন্যাম্, হন্যাব, হন্যাম।

### শী-ধাতু ( আত্মনেপদী )—শোয়া।

লট্—শেতে, শয়াতে, শেরতে; শেষে, শয়াথে, শেধ্বে, শয়ে, শেবহে, শেমহে।

**লোট্**—শেতাম্, শয়াতাম্, শেৰতাম্ ; শেষ্ব, শয়াথাম্, শেধ্বম্ ; শয়ৈ, শয়াৱহৈ, শয়ামহৈ।

**লঙ্**—অশেত, অশয়াতাম্, অশেৰত ; অশেথাঃ, অশয়াথাম্, অশেধ্বম্ ; অশয়ি, অশেৱহি, অশেমহি।

**বিধিলিঙ্**—শয়ীত, শয়ীয়াতাম্, শয়ীৰন্ ; শয়ীথাঃ, শয়ীয়াথাম্, শয়ীধ্বম্, শয়ীয, শযীৱহি, শয়ীমহি।

## ব্রূ-ধাতু ( উভয়পদী )—কোৱা

### পৰস্মৈপদ

### লট্

| | | | |
|---|---|---|---|
| একবচন | ব্রবীতি, আহ | ব্রবীষি, আত্থ | ব্রবীমি |
| দ্বিবচন | ব্রূতঃ, আহতুঃ | ব্রূথঃ, আহথুঃ | ব্রূৱঃ |
| বহুবচন | ব্রুৱন্তি, আহুঃ | ব্রূথ | ব্রূমঃ |

## পা-ধাতু ( পৰস্মৈপদী )—ৰক্ষা কৰা

**লট্**—পাতি, পাতঃ, পান্তি ; পাসি, পাথঃ, পাথ ; পামি, পাৱঃ, পামঃ।

**লোট্**—পাতু, পাতাম্, পান্তু ; পাহি, পাতম্, পাত ; পানি, পাৱ, পাম।

**লঙ্**—অপাৎ, অপাতাম্, অপান্ ( অপুঃ ) ; অপাঃ, অপাতম্, অপাত ; অপাম্, অপাৱ, অপাম।

**বিধিলিঙ্**—পাযাৎ, পায়াতাম্, পায়ুঃ ; পাযাঃ, পাযাতম্, পাযাত ; পায়াম্, পায়াৱ, পাযাম।

এইদৰে, ভা—( পোহৰ দিয়া ), স্না—( গা ধোৱা ), যা—( যোৱা ), মা—( জোখা ), ৱা—( বলা ), খ্যা—( কোৱা ) প্ৰভৃতি ধাতুবো ৰূপ হয়।

## অধি-ই ( আত্মনেপদী )—পঢ়া

| | | | |
|---|---|---|---|
| লট্ | অধীতে | অধীযাতে | অধীয়তে |
| লঙ্ | অধ্যৈত | অধ্যৈয়াতাম্ | অধ্যৈয়ত |

### অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

মোৰ কথা কোনেও নুশুনে। তুমি এটা পুত্ৰ লাভ কৰা। বোপা, কলমটো লোৱা। তেওঁ সদায় কিতাপ পঢ়ে। পিতা ঘৰত নাই। তোমালোকে খোৱা, মই নেখাওঁ।

Listen to me. I have got a sweet fruit. You and I did this work. What were they doing there? O traveller, take this golden bracelet. No one can kill the soul. I do not eat fish. We do not take our food to-day.

২। অসমীয়াত অনুবাদ কৰা :—

শৃণুয়াম শবদঃ শতম্। শৃণ্বন্তি বিশ্বে অমৃতস্য পুত্ৰাঃ। চক্ৰবৰ্ত্তিনং পুত্ৰমাপ্নুহি। তে প্ৰাপ্নুবন্তি মামেব। নিযতং কুৰু কৰ্ম ত্বম্। বদ কিং কৰবাণি তে। জানামি ধৰ্মং ন চ মে প্ৰবৃত্তিঃ। নক্তং দধি ন ভুঞ্জীত। ন বিভীতো মৰণাদস্মি। যে সন্তি ত্ৰয়ো গুণাঃ। জহি শত্ৰুম্। খলঃ কৰোতি দুৰ্বৃত্তম্। তিষ্ঠতু দধি, পান ত্বং শাকেন। প্ৰজাঃ প্ৰজানাথ পিতেৱ পাসি।

## লৃট্ বিভক্তি

### যা-ধাতু ( পৰস্মৈপদী )—যোৱা

| | প্ৰথম পুৰুষ | মধ্যম পুৰুষ | উত্তম পুৰুষ |
|---|---|---|---|
| একবচন | যাস্যতি | যাস্যসি | যাস্যামি |
| দ্বিবচন | যাস্যতঃ | যাস্যথঃ | যাস্যাবঃ |
| বহুবচন | যাস্যন্তি | যাস্যথ | যাস্যামঃ |

**স্থা** ( থকা ), **পা** ( পান কৰা, ৰক্ষা কৰা ), **হা** ( ত্যাগ কৰা ), **বা** ( বলা ) ইত্যাদি প্ৰায় আকাৰান্ত ধাতুৰ এই ৰূপ। ঐকাৰান্ত ধাতুও আকাৰান্ত হয়:—**গৈ** ( গোৱা )—গাস্যতি, **ধ্যৈ** ( চিন্তা কৰা )—ধাস্যতি, **ত্ৰৈ** ( ৰক্ষা কৰা )—ত্ৰাস্যতে।

**জি**-ধাতু ( পৰস্মৈপদী )—জয় কৰা

| | **প্ৰথম পুৰুষ** | **মধ্যম পুৰুষ** | **উত্তম পুৰুষ** |
|---|---|---|---|
| একবচন | জেষ্যতি | জেষ্যসি | জেষ্যামি |
| দ্বিবচন | জেষ্যতঃ | জেষ্যথঃ | জেষ্যাৱঃ |
| বহুবচন | জেষ্যন্তি | জেষ্যথ | জেষ্যামঃ |

**নী** ( নিয়া )—নেষ্যতি **ই** ( যোৱা )—এষ্যতি

**শ্ৰু** ( শুনা )—শ্ৰোষ্যতি **অধি-ই** ( পঢ়া )—অধ্যেষ্যতে

ইত্যাদি ধাতুৰ অন্ত্যস্বৰৰ গুণ হৈ ৰূপ হয়। তলত দিয়া ধাতুবোৰৰ ৰূপ মন কৰিবলগীয়া।

## লৃট প্ৰথম পুৰুষৰ ৰূপ

| | | | |
|---|---|---|---|
| **ত্যজ্** ( ত্যাগ কৰা ) | ত্যক্ষ্যতি | ত্যক্ষ্যতঃ | ত্যক্ষ্যন্তি |
| **দৃশ্** ( দেখা ) | দ্ৰক্ষ্যতি | দ্ৰক্ষ্যতঃ | দ্ৰক্ষ্যন্তি |
| **নম্** ( প্ৰণাম কৰা ) | নংস্যতি | নংস্যতঃ | নংস্যন্তি |
| **পচ্** ( ৰন্ধা ) | পক্ষ্যতি, তে | পক্ষ্যতঃ, পক্ষ্যেতে | পক্ষ্যন্তি, ন্তে |
| **প্ৰচ্ছ্** ( সোধা ) | প্ৰক্ষ্যতি | প্ৰক্ষ্যতঃ | প্ৰক্ষ্যন্তি |
| **ৱহ্** ( বোৱা ) | ৱক্ষ্যতি, তে | ৱক্ষ্যতঃ, ৱক্ষ্যেতে | ৱক্ষ্যন্তি, ন্তে |
| **ভুজ্** ( ভোগ কৰা ) | ভোক্ষ্যতে | ভোক্ষ্যেতে | ভোক্ষ্যন্তে |
| **মন্** ( ভবা ) | মংস্যতে | মংস্যেতে | মংস্যন্তে |
| **মুচ্** ( মুকলি কৰা ) | মোক্ষ্যতি, তে | মোক্ষ্যতঃ, মোক্ষ্যেতে | মোক্ষ্যন্তি, ন্তে |
| **ৰম্** ( আনন্দ কৰা ) | ৰংস্যতে | ৰংস্যেতে | ৰংস্যন্তে |

| | | | |
|---|---|---|---|
| **লভ্** ( পোৱা ) | লপ্স্যতে | লপ্স্যেতে | লপ্স্যন্তে |
| **ৱস্** ( বাস কৰা ) | ৱৎস্যতি | ৱৎস্যতঃ | ৱৎস্যন্তি |
| **ৱহ্** ( বহন কৰা ) | ৱক্ষ্যতি, তে | ৱক্ষ্যতঃ, ৱক্ষ্যেতে | ৱক্ষ্যন্তি, ন্তে |
| **ৱিদ্** ( থকা ) | ৱেৎস্যতে | ৱেৎস্যেতে | ৱেৎস্যন্তে |
| **শক্** ( সমৰ্থ হোৱা ) | শক্ষ্যতি | শক্ষ্যতঃ | শক্ষ্যন্তি |
| **সৃজ্** ( সৃষ্টি কৰা ) | স্ৰক্ষ্যতি | স্ৰক্ষ্যতঃ | স্ৰক্ষ্যন্তি |
| **স্বপ** ( শোৱা ) | স্বপ্স্যতি | স্বপ্স্যতঃ | স্বপ্স্যন্তি |

লৃট বিভক্তি যোগ হোৱাৰ আগতে কিছুমান ধাতুৰ পাচত ই যোগ হয় :—

শী-ধাতু ( আত্মনেপদী )—শোৱা

| | প্ৰথম পুৰুষ | মধ্যম পুৰুষ | উত্তম পুৰুষ |
|---|---|---|---|
| একবচন | শয়িষ্যতে | শয়িষ্যসে | শয়িষ্যে |
| দ্বিবচন | শয়িষ্যেতে | শয়িষ্যেথে | শয়িষ্যাৱহে |
| বহুবচন | শয়িষ্যন্তে | শয়িষ্যধ্বে | শয়িষ্যামহে |

ভূ-ধাতু ( পৰস্মৈপদী ) —হোৱা

**প্ৰথম পুৰুষ**—ভৱিষ্যতি, ভৱিষ্যতঃ, ভৱিষ্যন্তি ; **মধ্যম পুৰুষ**—ভৱিষ্যসি, ভৱিষ্যথঃ, ভৱিষ্যথ : **উত্তম পুৰুষ**—ভৱিষ্যামি, ভৱিষ্যাৱঃ, ভৱিষ্যামঃ ।

তলত দিয়া ধাতুবোৰত ই যোগ হৈ ৰূপ হয় :—

**কৃ** ( কৰা )—কৰিষ্যতি
**ক্ৰীড়্** ( খেলা )—ক্ৰীড়িষ্যতি
**খাদ্** ( খোৱা )—খাদিষ্যতি
**গম্** ( যোৱা )—গমিষ্যতি
**জন্** ( ওপজা )—জনিষ্যতে
**পত্** ( পৰা )—পতিষ্যতি
**ভক্ষ্** ( খোৱা )—ভক্ষয়িষ্যতি
**ভাষ্** ( কোৱা )—ভাষিষ্যতে

**জীৱ্** ( জীযাই থকা )—জীৱিষ্যতি
**পঠ্** ( পঢ়া )—পঠিষ্যতি
**ৰক্ষ্** ( ৰক্ষা কৰা )—ৰক্ষিষ্যতি
**ৰুদ্** ( কন্দা )—ৰোদিষ্যতি
**ৱদ্** ( কোৱা )—ৱদিষ্যতি
**বৃধ্** ( বঢ়া )—ৱৰ্দ্ধিষ্যতে
**হস্** ( হাঁহা )—হসিষ্যতি
**মৃ** ( মৰা )—মৰিষ্যতি
**যাচ্** ( খোজা )—যাচিষ্যতি, তে
**সহ্** ( সহ্য কৰা )—সহিষ্যতে
**সেৱ্** ( সেৱা কৰা )—সেৱিষ্যতে
**স্মৃ** ( সোঁৱৰা )—স্মৰিষ্যতি
**হন্** ( হত্যা কৰা )—হনিষ্যতি
**হৃ** ( হৰণ কৰা )—হৰিষ্যতি, তে

## গ্ৰহ্-ধাতু ( লোৱা )—উভয়পদী

গ্ৰহ্ ধাতুৰ পাচত ই দীৰ্ঘ হয় :—

| পৰস্মৈপদ | আত্মনেপদ |
|---|---|
| গ্ৰহীষ্যতি, গ্ৰহীষ্যতঃ, গ্ৰহীষ্যন্তি | গ্ৰহীষ্যতে, গ্ৰহীষ্যেতে, গ্ৰহীষ্যন্তে |

## নশ্-ধাতু ( নষ্ট হোৱা )—পৰস্মৈপদী

নশিষ্যতি নংক্ষ্যতি, নশিষ্যতঃ নংক্ষ্যতঃ, নশিষ্যন্তি নংক্ষ্যন্তি।

### অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

মই তোমাক এটা প্ৰশ্ন সুধিম। আমি শুই থাকিম। যদি কাম কৰা, ফল পাবা। পৰহিলৈ ( পৰশ্বঃ ) আমাৰ ঘৰলৈ আহিবা। আজি যুঁজত ভীষ্ম মৰিব। পিতাই কাশীত বাস কৰিব। তোমালোক দুয়ো একেলগে যাবা। বিধাতাই আকৌ নতুন সৃষ্টি কৰিব।

**This fire will burn him. A son will be born to him. We shall remain in our houses. Who will protect you? The king will conquer his enemies. The two boys will see a lake.**

২। অসমীয়া কৰা :—

যাস্যত্যদ্য শকুন্তলা। দ্রক্ষ্যসি তাং পুৰীং ৰম্যাম্। স বিপুভিঃ সহ যোৎস্যতে। উৎপৎস্যতে তৱৈকঃ পুত্রঃ, জনিষ্যতে চৈকা দুহিতা। সেৱিষ্যন্তে খে ভৱন্তং বলাকাঃ। সম্পৎস্যন্তে নভসি ভৱতঃ ৰাজহংসাঃ সহায়াঃ। ভয়াদ্রৱণাদুপৰতং মংস্যন্তে ত্বাং মহাৰথাঃ। অথ চেৎ ত্বমহঙ্কাৰাৎ ন শ্রোষ্যসি ৱিনংক্ষ্যসি।

ৰাত্রির্গমিষ্যতি ভৱিষ্যতি সুপ্রভাতম্।
ভাস্বান্ উদেষ্যতি হসিষ্যতি চক্রৱালম্॥

---

# বাচ্য

১। বাচ্য শব্দৰ অর্থ উক্তি বা কথা। বাচ্য ঘাইকৈ তিনিটা —কর্তৃবাচ্য, কর্ম্মবাচ্য আৰু ভাববাচ্য। যি বাক্যত কর্ত্তাৰ বিষয়ে বিশেষভাবে কোৱা হয় সেইটো কর্তৃবাচ্যৰ বাক্য; কর্মৰ বিষয়ে বিশেষভাবে কোৱা হলে কর্মবাচ্য আৰু ভাব বা ক্রিয়াৰ বিষয়ে বিশেষভাবে কোৱা হলে ভাববাচ্য হয়।

[ এই পর্য্যন্ত যিমানবোৰ ক্রিয়াপদ ব্যৱহাৰ কৰা হৈছে সেইবোৰ কর্তৃবাচ্যৰ ক্রিয়া। ]

## কৰ্তৃবাচ্য

ৱয়ং পুস্তকং পঠামঃ—( আমি কিতাপ পঢ়ো )।

যুৱাং গৃহং গমিষ্যথঃ—( তোমালোক দুয়ো ঘৰলৈ যাবা )।

ৱিহগাঃ খম্ উদপতন্—(চৰাইবোৰ আকাশত উৰি ফুৰিছিল)।

২। ওপৰৰ উদাহৰণবোৰৰপৰা এই কথা লক্ষ্য কৰিব পাৰি যে কৰ্তৃবাচ্যত কৰ্তাত প্ৰথমা আৰু কৰ্ম থাকিলে তাত দ্বিতীয়া বিভক্তি হয়, কৰ্তাৰ পুৰুষ আৰু বচন অনুসৰি ক্ৰিয়াৰো পুৰুষ আৰু বচন হয়।

## কৰ্মবাচ্য

শিশুনা চন্দ্ৰঃ দৃশ্যতে—( কেচুৱাটোৰ দ্বাৰা জোন দৃষ্ট হৈছে )।

পিত্ৰা অহং দৃশ্যে—( পিতাৰ দ্বাৰা মই দৃষ্ট হৈছোঁ )।

ময়া যযং দৃশ্যধ্বে —( মোৰ দ্বাৰা তোমালোক দৃষ্ট হৈছা )।

৩। কৰ্মবাচ্যত কৰ্তাত ৩যা বিভক্তি হয়, কৰ্মত প্ৰথমা বিভক্তি হয, ক্ৰিযাপদ সদায় আত্মনেপদত ব্যৱহাৰ হয়, আৰু কৰ্মৰ পুৰুষ আৰু বচন অনুসৰি ক্ৰিয়াৰো পুৰুষ আৰু বচন হয়।

## ভাববাচ্য

ময়া হস্যতে—( মই হাঁহিছো )।

শিশুভিঃ নৃত্যতে—( শিশুবোৰে নাচিছে )।

যুষ্মাভিঃ ক্ৰীড়্যতে—( তোমালোকে খেলিছা )।

৫। ভাববাচ্যত কৰ্ম নাই , কৰ্তাত তৃতীয়া বিভক্তি হয় আৰু ক্ৰিয়াপদ সদায় প্ৰথম পুৰুষৰ একবচনত ব্যৱহাৰ হয়।

---

# কৃৎ প্ৰকৰণ

ধাতুৰ পাচত কিছুমান প্ৰত্যয় যোগ হৈ বিশেষ্য, বিশেষণ, অব্যয় আদি শব্দ গঠিত হয়; এই প্ৰত্যয়বোৰৰ নাম **কৃৎ**।

## তুমুন্, ক্ত্বাচ্, ল্যপ্

**তুমুন্** ঃ—যদি দুটা ক্ৰিয়াৰ এটা কৰ্ত্তা হয়, আৰু এটা ক্ৰিয়া আনটোৰ অৰ্থে হোৱা বুজায়, যিটোৰ অৰ্থে হয় সেই হেতুবাচক ধাতুৰ পাচত **তুমুন্** প্ৰত্যয় হয়, ইষ্, ৱিদ্ ( থকা ) আদি ধাতুৰ যোগতো তুমুন্ প্ৰত্যয় হয়। তুমুন্ প্ৰত্যয়ান্ত শব্দ অব্যয় বুলি গণ্য হয়। অসমীয়াৰ কৰিবলৈ, খাবলৈ, যাবলৈ আদি পদ প্ৰায়ে তুমুন্ প্ৰত্যয়ৰ সহায়ত সংস্কৃতত অনুবাদ কৰিব পাৰি॥

### কেইটামান তুমুন্ প্ৰত্যয়ান্ত শব্দ

**স্না**—স্নাতুম্
**পা**—পাতুম্
**স্থা**—স্থাতুম্
**জি**—জেতুম্
**নী**—নেতুম্

**দৃশ**—দ্ৰষ্টুম
**গম্**—গন্তুম্
**হন্**—হন্তুম্
**ৱদ্**—ৱদিতুম্
**গ্ৰহ্**—গ্ৰহীতুম্
**শ্ৰু**—শ্ৰোতুম্

**প্ৰয়োগ ঃ**—

ছোৱালীজনী গা ধুবলৈ নদীলৈ গৈছে—স্নাতুং যাতি নদীং বালা।
লৰাটোৱে পানী খাবলৈ আহিছে—বালকঃ জলং পাতুম্ আয়াতি।

তুমি মোক মাৰিব খুজিছা—ত্বং মাং হন্তুম্ ইচ্ছসি।

আমি আপোনাৰ কথা শুনিবলৈ গৈছিলো—ৱয়ং তৱ ৱচনং শ্ৰোতুম্ অগচ্ছাম।

খাবলৈ ভাত নাই—ভোক্তুমন্নং ন ৱিদ্যতে।

**ক্ত্বাচ্, ল্যপ্**—একে কৰ্ত্তাই দুটা ক্ৰিয়া কৰা বুজালে, যিটো ক্ৰিয়া আগতে সম্পাদন হয়, সেই ক্ৰিয়া বুজোৱা ধাতুৰ পাচত **ক্ত্বাচ্** প্ৰত্যয় হয়; ক্তাচ্‌ৰ ত্বা যোগ হয়। ধাতুৰ আগত উপসৰ্গ বা আন কোনো উপপদ থাকিলে **ক্ত্বাচ্**ৰ ঠাইত **ল্যপ** হয়; **ল্যপ**ৰ য যোগ হয়। অসমীয়াৰ দেখি, শুনি, কৰি, খাই উঠি, কৰি উঠি ইত্যাদি অসমাপিকা ক্ৰিয়া সংস্কৃতত ধাতুৰ পাচত ক্ত্বাচ্ বা ল্যপ্ যোগ কৰি প্ৰকাশ কৰিব পাৰি।

## কেইটামান ক্ত্বাচ্ আৰু ল্যপ্ প্ৰত্যয়ান্ত শব্দ

| ক্ত্বাচ্ | ল্যপ্ |
|---|---|
| **গম্**—গত্বা—( গৈ ) | **আ-গম্**—আগত্য—( আহি ) |
| **হন্**—হত্বা—( মাৰি ) | **নি-হন্**—নিহত্য—( মাৰি ) |
| **দা**—দত্বা—( দান কৰি, দি ) | **আ-দা**—আদায়—( লৈ ) |
| **শ্ৰু**—শ্ৰুত্বা—( শুনি ) | **সম্-শ্ৰু**—সংশ্ৰুত্য—( শুনি ) |
| **পত্**—পতিত্বা—( পৰি ) | **নি-পত্**—নিপত্য—( পৰি ) |
| **পূজ্**—পূজয়িত্বা—( পূজি ) | **সম্-পূজ্**—সংপূজ্য—( পূজি ) |
| **কৃ**—কৃত্বা—( কৰি ) | **অপ-কৃ**—অপকৃত্য—(অপকাৰ কৰি) |
| **আপ্**—আপ্ত্বা—( পাই ) | **প্ৰ-আপ্**—প্ৰাপ্য—( পাই ) |
| **ত্যজ্**—ত্যক্ত্বা—( এৰি ) | **পৰি-ত্যজ্**—পৰিত্যজ্য—( এৰি ) |
| **ৱচ**—উক্ত্বা—( কৈ ) | **প্ৰ-ৱচ**—প্ৰোচ্য—( কৈ ) |

**প্ৰয়োগ ঃ—**

ধাৰ কৰি ঘিউ খাব লাগে—ঋণং কৃত্বা ঘৃতং পিবেৎ।

এলাহ এৰি কাম কৰা—আলস্যং পৰিত্যজ্য কৰ্ম কুৰু।

তেওঁ কিতাপ লৈ পঢ়াশালিলৈ গৈছে—স পুস্তকানি আদায় বিদ্যালয়ং ব্ৰজতি।

গুৰুক নমস্কাৰ কৰি কথা কব লাগে—গুৰুং নত্বা বদেৎ বাচঃ।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

তেওঁ পানী আনিবলৈ গৈছে। এই লৰাটোৱে খাই উঠি আকৌ খায়। কৃষ্ণই মথুৰা এৰি বৃন্দাবনলৈ গৈছে। ৰামে গুৰুজনক প্ৰণাম কৰি বনলৈ গৈছিল। তুমি মোক চাবলৈ আহিছা।

He desires to speak. How can I be happy by killing my kinsmen? A man takes a new cloth, giving up the old one. Having gone home, he fell at the feet of his parents. The dwarf wishes to hold ( ধর্তুম্ ) the moon.

২। তলত দিয়া পদবোৰ খটুৱাই বাক্য ৰচনা কৰা :—

নিহত্য, পূজয়িতুম্, দত্বা, প্ৰাপ্য আৰু স্থাতুম্।

## শতৃ আৰু শানচ্

বৰ্ত্তমান কালৰ অৰ্থত কৰ্ত্তৃবাচ্যত পৰস্মৈপদী ধাতুৰ পাচত শতৃ ( অৎ ), আত্মনেপদী ধাতুৰ পাচত শানচ্ ( আন, মান ) আৰু উভয়পদী ধাতুৰ পাচত শতৃ, শানচ্ দুয়োটাই হয়।

শতৃ আৰু শানচ্ প্ৰত্যয়ান্ত শব্দবোৰ বিশেষণৰূপে ব্যৱহাৰ হয়। অসমীয়াৰ পঢ়ি পঢ়ি, গৈ গৈ, নাচি নাচি, দৌৰি থকা, বহি

থকা, ইত্যাদি কথা সংস্কৃতত শতৃ আৰু শানচ্ অৰ সহায়ত প্ৰকাশ কৰিব পাৰি।

## কেইটামান শতৃ আৰু শানচ্ প্ৰত্যয়ান্ত শব্দ

| শতৃ | শানচ্ |
|---|---|
| পা—পিৱৎ | সেৱ্—সেৱমান |
| স্থা—তিষ্ঠৎ | কম্প্—কম্পমান |
| গৈ—গায়ৎ | লভ্—লভমান |
| গম্—গচ্ছৎ | মৃ—ম্ৰিয়মাণ |
| নৃত্—নৃত্যৎ | ৱৃৎ—ৱৰ্ত্তমান |
| হস্—হসৎ | শী—শয়ান |
| | আস্—আসীন |

**প্ৰয়োগ ঃ—**

সি পানী খাই খাই কথা কৈছে—স জলং পিৱন্ ৱদতি।

শুই শুই পঢ়িব নেলাগে—শয়ানঃ ন পঠেৎ।

তোমালোকে হাঁহি হাঁহি কাম কৰিবা—যূয়ং হসন্তঃ কৰ্ম কুৰুত।

বানৰবিলাকে কঁপি কঁপি কৈছিল—ৱানৰাঃ কম্পমানাঃ অৱদন্।

দৌৰি থকা ঘোৰাৰপৰা তেওঁ পৰি গল— স ধাৱতোঽশ্বাদপতৎ।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

তোমালোকে বহি বহি ( আসীন ) কি কৰিছা। তেওঁ সুন্দৰ দৃশ্যবোৰ চাই চাই গৈছে। তেওঁ কথা শুনি ( শৃণ্বৎ ) বহি আছে। থিয় দি পঢ়া।

He fell down while running. Ramesh reads while lying down. The man is coming here, smiling. I saw a sleeping fox.

## ক্ত আৰু ক্তৱতু

অতীত কাল বুজাবলৈ ধাতুৰ পাচত কর্তৃবাচ্যত ক্তৱতু ( তৱৎ ) আৰু কৰ্ম আৰু ভাববাচ্যত ক্ত ( ত ) প্ৰত্যয হয়।

### কেইটামান ক্ত আৰু ক্তৱতু প্ৰত্যয়ান্ত শব্দ

| ক্ত | ক্তৱতু | ক্ত | ক্তৱতু |
|---|---|---|---|
| কৃ—কৃত | কৃতৱৎ | শ্ৰু—শ্ৰুত | শ্ৰুতৱৎ |
| গম্—গত | গতৱৎ | পা—পীত | পীতবৎ |
| হন্—হত | হতৱৎ | পঠ্—পঠিত | পঠিতৱৎ |
| স্থা—স্থিত | স্থিতৱৎ | হস্—হসিত | হসিতৱৎ |
| দৃশ্—দৃষ্ট | দৃষ্টৱৎ | গ্ৰহ্—গৃহীত | গৃহীতৱৎ |
| দা—দত্ত | দত্তৱৎ | আপ্—আপ্ত | আপ্তৱৎ |
| জি—জিত | জিতৱৎ | সেৱ্—সেৱিত | সেৱিতৱৎ |

**প্ৰয়োগ :—**

ৰামে ৰাৱণক মাৰিছিল—ৰামো ৰাৱণং হতবান্।

দেৱতাসকলে অমৃত পান কৰিছিল—দেৱাঃ সুধাং পীতবন্তঃ।

বালি ৰামৰ দ্বাৰা নিহত হৈছিল—ৰামেণ নিহতো বালিঃ।

ছোৱালীজনী নদীলৈ গৈছিল—গতৱতী নদীং বালা।

হনুমানে সীতাক দেখিছিল—দৃষ্টা হনুমতা সীতা।

তাই বৰকৈ হাঁহিছিল—অতীৱ হসিতং তয়া।

**টোকা :**—ক্তৱতু-প্ৰত্যয়ান্ত শব্দবোৰ কৰ্ত্তাৰ বিশেষণৰূপে ব্যৱহাৰ হয়; ক্ত-প্ৰত্যয়ান্ত শব্দবোৰ কৰ্মবাচ্যত কৰ্মৰ বিশেষণৰ দৰে ব্যৱহাৰ হয় আৰু ভাববাচ্যত অকাৰান্ত ক্লীৱলিঙ্গ শব্দৰ একবচনৰ দৰে ব্যৱহাৰ হয়। স্ত্ৰীলিঙ্গত ক্তৱতু

প্ৰত্যয়ান্ত শব্দ ঈকাৰান্ত হয় আৰু ক্ত-প্ৰত্যয়ান্ত শব্দ আকাৰান্ত হয়। ক্ত আৰু ক্তৱতু প্ৰত্যয়ান্ত শব্দবোৰ সমাপিকা ক্ৰিয়াৰ দৰে ব্যৱহাৰ হয়।

[ ক্তৱতু প্ৰত্যয়ান্ত শব্দৰ ৰূপৰ কাৰণে দ্বিতীয় ভাগৰ **শ্ৰীমৎ** শব্দৰ ৰূপ চোৱা। ]

### অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

সিহঁত গাঁৱলৈ গৈছিল। কৃষ্ণই অৰ্জ্জুনক কৈছিল। ভীমৰ দ্বাৰা কীচক নিহত হৈছিল। ছোৱালী কেজনীয়ে জোনটো দেখিছিল। কালি তোমাৰ পিতেৰা আমাৰ ঘৰলৈ আহিছিল।

Five mangoes fell down from the tree. The sound was heard by us. The king conquered his enemies. The king was killed by a monkey. They laughed in glee. You did the work.

২। শূন্য ঠাইবোৰ ক্ত আৰু ক্তৱতু প্ৰত্যয়ান্ত শব্দৰে পুৰোৱা :—

অস্মাভিঃ গীতং——। স পুস্তকং——। ময়া গঙ্গায়াঃ ৱাৰি——। শকুন্তলা দুষ্যন্তেন——। মিত্ৰং মে ৱিদেশাৎ——।

---

# কাৰক আৰু বিভক্তি

১। **কাৰক**—বাক্যত ক্ৰিয়াপদৰ লগত যাৰ সম্বন্ধ থাকে তাকে **কাৰক** বোলে ; যেনে 'শিশুঃ শেতে'—এই বাক্যত 'শিশুঃ' পদৰ লগত 'শেতে' ক্ৰিয়াৰ সম্বন্ধ আছে ; গতিকে 'শিশুঃ' কাৰক ; কিন্তু 'শিশোঃ মাতা শেতে'—এই বাক্যত 'শিশোঃ' পদৰ লগত 'শেতে' ক্ৰিয়াৰ কোনো সম্বন্ধ নাই, গতিকে 'শিশোঃ' ইয়াত কাৰক

নহয়, **সম্বন্ধ** পদ মাথোন। আকৌ, 'আগচ্ছ ভ্ৰাতঃ'—এই বাক্যতো 'ভ্ৰাতঃ' পদৰ 'আগচ্ছ' ক্ৰিয়াৰ লগত সম্বন্ধ নাই; গতিকে 'ভ্ৰাতঃ' কাৰক নহয়, **সম্বোধন** পদ মাথোন।

২। **কাৰক ছটা**—কৰ্ত্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপাদান আৰু অধিকৰণ।

[ এইবোৰৰ সাধাৰণ জ্ঞান শব্দৰূপ-প্ৰকৰণতে দিয়া হৈছে ]

৩। **বিভক্তি**—যাৰ দ্বাৰা সংখ্যা আৰু কাৰকৰ জ্ঞান হয়, সেয়ে বিভক্তি। আমি যেতিয়া 'গজঃ, গজৌ, গজাঃ' এইদৰে গজ শব্দৰ প্ৰথমা বিভক্তিৰ ৰূপ কওঁ, তেতিয়া এক, দুই, বহু—ক্ৰমে এইদৰে সংখ্যাৰ বোধ জন্মে। আকৌ, 'অশ্বঃ ধাৱতি' বাক্যৰ 'অশ্ব' পদৰ ১মা বিভক্তিয়ে কৰ্ত্তৃকাৰক বুজায়; সেইদৰে, 'জলং পিব' বাক্যৰ 'জলং' পদৰ ২য়া বিভক্তিয়ে কৰ্মকাৰক বুজায়।

[ সুপ্ বিভক্তি সাত প্ৰকাৰ—এই কথা আগতে কোৱা হৈছে।]

## প্ৰথমা বিভক্তি

১। ধাতু আৰু প্ৰত্যয়ৰ বাহিৰে আন অৰ্থযুক্ত শব্দৰ কেৱল নাম, লিঙ্গ, বচন আদি বুজাবলৈ প্ৰথমা বিভক্তি ব্যৱহাৰ কৰা হয়; যেনে—গজঃ, নদী, পুষ্পম্, একঃ, দ্বৌ ইত্যাদি। ইয়াকে সংক্ষেপে **অভিধেয়মাত্ৰে প্ৰথমা**ও বোলে।

২। কৰ্ত্তৃবাচ্যত কৰ্ত্তা আৰু কৰ্মবাচ্যত কৰ্ম অভিহিত বা উক্ত হয়; এই উক্ত কৰ্ত্তা আৰু কৰ্মত প্ৰথমা বিভক্তি হয়। যেনে—

**ভক্তঃ** হৰিং পশ্যতি—ভক্তই ভগৱানক দেখিছে।

ভক্তেন **হৰিঃ** দৃশ্যতে—ভক্তৰদ্বাৰা হৰি দৃষ্ট হৈছে।

৩। **'সম্বোধনে চ'**—সম্বোধনত সদায় প্ৰথমা বিভক্তি হয়; যেনে—হে অম্ব, অয়ি পুত্ৰাঃ, ভোঃ সাধো।

৪। ইতি আদি কেইটামান অব্যয়ৰ যোগত প্ৰথমা বিভক্তি হয়; ইয়াকে **অব্যয়যোগে প্ৰথমা** বোলে*। যেনে—

**ত্বাং** সখা ইতি জানামি—তোমাক বন্ধু বুলি জানো।

## দ্বিতীয়া বিভক্তি

১। **কৰ্ম্মণি দ্বিতীয়া**—অনুক্ত কৰ্মত অৰ্থাৎ কৰ্তৃবাচ্যৰ কৰ্মত ২য়া বিভক্তি হয়; যেনে—

হৰিঃ **অন্নং** ভুংক্তে—হৰিয়ে ভাত খাইছে।

**গ্ৰামং** গচ্ছতি বিপ্ৰঃ—ব্ৰাহ্মণজন গাৱঁলৈ গৈছে।

২। বিশেষণ পদ ক্ৰিয়াৰ বিশেষণ হলে তাৰ পাচত দ্বিতীয়া বিভক্তি হয়, আৰু কেবল ক্লীবলিঙ্গৰ একবচনত ৰূপ হয়, যেনে—

**শীঘ্ৰম্** আগচ্ছ—বেগাই আহা।

**দ্ৰুতং** ধাৱন্তি তস্কৰাঃ—চোৰবোৰে বেগাই দৌৰিছে।

বালিকা **মৃদু** ভাষতে—ছোৱালীজনীয়ে কোমল সুৰত কৈছে।

৩। **উভয়তঃ, সৰ্ব্বতঃ, ধিক্, অভিতঃ, পৰিতঃ, সময়া, নিকষা,** প্ৰতি আদিৰ যোগত দ্বিতীয়া বিভক্তি হয়†; যেনে—

উভয়তঃ ( দুয়োফালে )—

**নদীম্** উভয়তঃ বৃক্ষাঃ ৱৰ্ত্তন্তে—নদীৰ দুয়োফালে গছবোৰ আছে।

---

* কচিন্নিপাতেনাভিধানম্—ভট্টোজীদীক্ষিত।

† উভসৰ্ব্বতসোঃ কাৰ্য্যা ধিগুপৰ্য্যাদিষু ত্ৰিষু।
দ্বিতীয়াম্ৰেড়িতান্তেষু ততোঽন্যত্ৰাপি দৃশ্যতে॥ ( বাৰ্ত্তিক )
অভিতঃ-পৰিতঃ-সময়া-নিকষা-হা-প্ৰতি-যোগেঽপি। ( বাৰ্ত্তিক )

সৰ্ব্বতঃ ( সকলোপিনে )—

**গ্ৰামং** সৰ্ব্বতঃ জলং বৰ্ত্ততে—গাঁৱৰ চাৰিওফালে পানী আছে।

ধিক্ ( নিন্দা বুজোৱা অব্যয় )—

ধিক্ **দৰিদ্ৰতাম্**—দৰিদ্ৰতাক ধিক্।

অভিতঃ ( সমুখৰ ফালে )—

**গৃহম্** অভিতঃ উদ্যানমস্তি—ঘৰৰ আগত বাগিচা আছে।

পৰিতঃ ( চাৰিওফালে )—

**দীৰ্ঘিকাং** পৰিতঃ বৃক্ষাণাং পংক্তিঃ—পুখুৰীৰ চাৰিওফালে গছৰ শাৰী।

প্ৰতি—( লৈ, ফালে )—

দয়ালুৰ্ভৱ **মাং** প্ৰতি—মোৰ প্ৰতি দয়ালু হোৱা।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

পুৰণি কালত ( পুৰা ) শিবি নামে এজন ৰজা আছিল। হে আই, মোক ৰক্ষা কৰা। মন্দিৰৰ সমুখত এখন ফুলনি আছে। বাটৰ দুয়োকাষে আম গছবোৰ আছিল। মোৰ কাষত বহা। দুখীয়াৰ প্ৰতি দয়ালু হবা।

There lived a sage Kanva by name. The breeze is blowing gently. Fie upon the miser. I saw a lion in the den. Come, brother.

২। অসমীয়া কৰা :—

পৰিজনো ৰাজানম্ অভিতঃ স্থিতঃ। সাধু গীতম্। উভয়তঃ কৃষ্ণং গোপাঃ। অৱৈমি চৈনাম্ অনঘা ইতি।

## তৃতীয়া বিভক্তি

১। কৰণ কাৰকত তৃতীয়া বিভক্তি হয়; যেনে—

স **লেখন্যা** লিখতি—তেওঁ কলমেৰে লিখিছে।

গোপালঃ **নাৱা** নদীমতৰৎ—গোপালে নাৱেৰে নদী পাৰ হৈছিল।

২। সহ (সৈতে) অৰ্থত সহ, সমম্ আদি শব্দৰ যোগত তৃতীয়া হয় ;* যেনে—

**শশিনা** সহ যাতি কৌমুদী—জোনৰ জেউতি জোনৰ লগত যায়।

**পিত্ৰা** সমং পুত্ৰঃ গচ্ছতি—পিতাকৰ লগত পুতেক গৈছে।

কেতিয়াবা সহাৰ্থ শব্দ উহ্য থাকিলেও তৃতীয়া বিভক্তি হয় ; যেনে—

**ত্বয়া** বসুমতী যাস্যতি—তোমাৰ লগত পৃথিবী যাব।

৩। অলম্, কিম্, হীন, প্ৰয়োজন, অৰ্থ ইত্যাদি শব্দৰ যোগত তৃতীয়া বিভক্তি হয় ; যেনে—

কিং তয়া ক্ৰিয়তে **ধেন্বা** ?—সেই গাইৰে কি হব ?

**গুণৈৰ্হীনাঃ** ন শোভন্তে—গুণ নহলে শোভা নেপায়।

অলং মহীপাল তব **শ্ৰমেণ**—হে ৰজা, তুমি কষ্ট কৰাৰ আৱশ্যক নাই।

৪। প্ৰকৃতি, প্ৰায়, সুখ আদি কিছুমান শব্দৰ পাচত তৃতীয়া বিভক্তি হয় ;† যেনে—

**প্ৰকৃত্যা** মধুৰং পয়ঃ—গাখীৰ স্বভাৱতে মিঠা।

**প্ৰায়েণ** বলৱান্ দুৰ্বলং পীড়য়তি—সবলে প্ৰায়ে দুৰ্বলক উৎপীড়ন কৰে।

**সুখেন** ৱসতি সাধুঃ—সাধুজন সুখত আছে।

## চতুৰ্থী বিভক্তি

১। **চতুৰ্থী সম্প্ৰদানে**—সম্প্ৰদান কাৰকত চতুৰ্থী বিভক্তি হয় : যেনে—

**দৰিদ্ৰায়** ধনং যচ্ছ—দুখীয়াক ধন দিয়া।

* সহযুক্তেঽপ্ৰধানে—পাঃ।

† প্ৰকৃত্যাদিভ্যঃ উপসংখ্যানম্—বাঃ।

২। হিত, সুখ, নমঃ আদিৰ যোগত চতুৰ্থী বিভক্তি হয়; যেনে—

**প্রজাভ্যঃ** হিতং ভৱতু—প্ৰজাৰ মঙ্গল হওক।

নমো **ভগৱতে** ৱাসুদেৱায়—ভগৱান বাসুদেৱক নমস্কাৰ।

**তুভ্যং** সুখং ভৱতু—তোমাৰ সুখ হওক।

৩। **তাদৰ্থ্যে চতুৰ্থী বাচ্যা**—যাৰ উদ্দেশ্যে বা যি উদ্দেশ্যে কোনো বস্তু বা ক্রিয়া নিয়োজিত হয় সেই উদ্দেশ্যবাচক শব্দৰ পাচত চতুৰ্থী বিভক্তি হয়; যেনে—

**কুণ্ডলায়** হিৰণ্যমানয়তি—কুণ্ডলৰ কাৰণে সোণ আনিছে।

কাৱ্যং **যশসে** লিখতি—যশস্যাৰ কাৰণে কাব্য লিখিছে।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

তেওঁ দুই হাতেৰে কিতাপখন লৈছে। ময়ো তোমাৰ লগত যাম। আমি সুখেৰে আছো। সৰস্বতীক প্ৰণাম কৰো। বাইজৰ কল্যাণ হওক। ৰোগীৰ কাৰণে ঔষধ আনিছে।

He fights with the sword (অসি)। He is timid by nature. There is no use of quarrelling. What is the use of a foolish son? Salutation to the Creator!

২। জ্যাত্যা, হিতম্, হীনঃ—এই পদকেইটা বাক্যত প্ৰয়োগ কৰা।

## পঞ্চমী বিভক্তি

**অপাদানে পঞ্চমী**—অপাদান কাৰকত পঞ্চমী বিভক্তি হয়; যেনে—

**বৃক্ষাৎ** পতন্তি ফলানি—গছৰপৰা ফলবোৰ পৰিছে।

২। হেতুবাচক শব্দৰ পাচত পঞ্চমী আৰু তৃতীয়া দুয়ো বিভক্তিয়ে হয় ; যেনে—

**ভয়াৎ** ( ভয়েন ) কম্পতে বালা—ছোৱালীজনী ভয়তে কঁপিছে।

**হর্ষাৎ** ( হর্ষেণ ) নৃত্যন্তি বালকাঃ—ল'ৰাইঁতে আনন্দতে নাচিছে।

৩। ঋতে, বহিঃ, প্ৰভৃতি ইত্যাদি শব্দৰ যোগত পঞ্চমী হয়, যেনে—

**দুঃখাৎ** ঋতে সুখং ন ভৱতি—দুখ নহলে সুখ নহয়।

**গৃহাৎ** বহিঃ উদ্যানমস্তি—ঘৰৰ বাহিৰত ফুলনি আছে।

**শৈশৱাৎ** প্ৰভৃতি স ধীৰঃ—শিশুকালৰপৰা তেওঁ ধীৰ।

(ক) 'ঋতে'ৰ যোগত কেতিযাবা দ্বিতীয়াও হয ; যেনে—

**ত্বাম্** ঋতে কো মাং ৰক্ষিষ্যতি—তুমি অবিহনে কোনে মোক ৰক্ষা কৰিব

## ষষ্ঠী বিভক্তি

১। **ষষ্ঠী শেষে**—সম্বন্ধ বুজালে ষষ্ঠী বিভক্তি হয ; যেনে—

**মম** ইযং ৱসুন্ধৰা—এই পৃথিবী মোৰ।

কা **তৱ** কান্তা কস্তে পুত্ৰঃ—কোন তোমাৰ পত্নী, কোন তোমাৰ পুত্ৰ।

২। তুলা আৰু উপমা, ইযাত বাহিৰে অইন তুল্যার্থক শব্দৰ যোগত ষষ্ঠী আৰু তৃতীযা দুয়ো বিভক্তিয়ে হয়* ; যেনে—

**ৱিদ্যায়াঃ** ( ৱিদ্যয়া ) তুল্যং ধনং নাস্তি—বিদ্যাৰ সমান ধন নাই।

**তৱ** ( ত্বযা ) সদৃশঃ জ্ঞানী ন ৱিদ্যতে—আপোনাৰ দৰে জ্ঞানী নাই।

৩। 'কৃতে' অব্যযৰ যোগত ষষ্ঠী বিভক্তি হয় ; যেনে—

**মম** কৃতে তৱ ইযমৱস্থা—মোৰ কাৰণে তোমাৰ এই অৱস্থা।

---

* তুল্যার্থৈৰতুলোপমাভ্যাং তৃতীযাঽন্যতৰস্যাম্—পাঃ।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

আজিকালি তেওঁ গাঁৱৰ বাহিৰত থাকে। তুমি নহলেও তেওঁ যাব। দুখত তেওঁ কাতৰ হৈছে। তোমাৰ সমান দয়ালু নাই। তোমাৰ কাৰণে চিন্তা কৰিছো।

He is intelligent from his childhood. The man fell down from the tree. There is a temple outside the city. There is no devotee equal to Prahlada.

## সপ্তমী বিভক্তি

১। **সপ্তম্যধিকৰণে চ**—অধিকৰণ কাৰকত সপ্তমী বিভক্তি হয়; যেনে—

**বনে** ব্যাঘ্রঃ তিষ্ঠতি—হাবিত বাঘ থাকে।

**ধৰ্মে** অস্য ৰতিঃ অস্তি—এওঁৰ ধৰ্মত ৰাপ আছে।

**দুগ্ধে** মাধুৰ্য্যং বিদ্যতে—গাখীৰত মিঠা আছে।

২। **যতশ্চ নিৰ্দ্ধাৰণম্**—জাতি, গুণ, ক্ৰিয়া বা নামৰ দ্বাৰা একেজাতীয় সমষ্টিৰপৰা এটাক পৃথক কৰি দেখুৱাকে নিৰ্দ্ধাৰণ বোলে। নিৰ্দ্ধাৰণ অৰ্থত সমষ্টি বুজোৱা শব্দৰ পাচত ৬ষ্ঠী আৰু ৭মী দুয়ো বিভক্তিয়ে হয়; যেনে—

**জাতি—পক্ষিষু** (পক্ষিণাং) বায়সঃ ধূৰ্ত্তঃ—চৰাইৰ মাজত কাউৰী টেঙৰ।

**গুণ—নৰেষু** ( নৰাণাং ) জ্ঞানী শ্ৰেষ্ঠঃ—মানুহৰ ভিতৰত জ্ঞানী শ্ৰেষ্ঠ।

**ক্ৰিয়া—গচ্ছৎসু** ( গচ্ছতাং ) ধাৱন্তঃ শীঘ্ৰাঃ—যোৱাসকলৰ মাজত দৌৰি যোৱাসকলেই আগ।

**নাম—নদীষু** ( নদীনাং ) গঙ্গা শ্ৰেষ্ঠা—নদীৰ মাজত গঙ্গা শ্ৰেষ্ঠা।

৩। প্ৰশংসা কৰা বুজালে সাধু আৰু নিপুণ শব্দৰ যোগত ৭মী বিভক্তি হয় ; যেনে—

নাহং গণিতে নিপুণঃ—মই অঙ্কত পাৰদৰ্শী নহওঁ।

স দৰ্শনে সাধুঃ—তেওঁ দৰ্শনশাস্ত্ৰত পণ্ডিত।

## অনুশীলন

সংস্কৃতত অনুবাদ কৰা :—

প্ৰাণীৰ ভিতৰত মানুহ শ্ৰেষ্ঠ। কুকুৰটো চোতালত আছে। পঢ়াত তেওঁৰ মন নাই। কবিৰ ভিতৰত কালিদাস ডাঙৰ। হৰি সংস্কৃতত ভাল।

There is sweetness in milk. The fox is the most cunning among animals. They are skilled in warfare. He has interest in play.

---

সংস্কৃত

# ভাষাপ্ৰদীপ ব্যাকৰণ

## দ্বিতীয় ভাগ

[ ৮ম মানৰ পাঠ্য ]

## সন্ধিপ্ৰকৰণ

### স্বৰসন্ধি

১। পদৰ অন্তত থকা একাৰ বা ওকাৰৰ পাচত অ থাকিলে তাৰ লোপ হয় ; লুপ্ত অৰ ঽ চিন বহে ; যেনে—

গৃহে-অস্মিন্—গৃহেঽস্মিন্

প্ৰভো-অত্ৰ—প্ৰভোঽত্ৰ

২। অৰ বাহিৰে যি কোনো স্বৰবৰ্ণ পাচত থাকিলে—

(ক) পদান্ত একাৰৰ ঠাইত অ বা অয়্ হয় ; যেনে —

প্ৰিয়ে-আগচ্ছ—প্ৰিয়আগচ্ছ, প্ৰিয়য়াগচ্ছ

তে-ইদানীম্—তইদানীম্, তয়িদানীম্

(খ) পদান্ত ওকাৰৰ ঠাইত অ বা অৱ্ হয় ; যেনে—

গুৰো-ইহ—গুৰইহ, গুৰৱিহ

সাধো-এহি—সাধএহি, সাধৱেহি

৩। স্বৰবৰ্ণ পাচত থাকিলে—

(ক) পদান্ত ঐকাৰৰ ঠাইত আ বা আয়্ হয় ; যেনে—

শ্ৰিয়ৈ-অৰ্থঃ—শ্ৰিয়াঅৰ্থঃ, শ্ৰিযায়ৰ্থঃ

প্ৰীত্যৈ-ইদম্—প্ৰীত্যাইদম্, প্ৰীত্যায়িদম্

(খ) পদান্ত ঔকাৰৰ ঠাইত আ বা আৱ্ হয় ; যেনে—

তৌ-অত্ৰ—তাঅত্ৰ, তাৱত্ৰ

বৰৌ-উদিতে—বৰাউদিতে, বৰাৱুদিতে

## স্বৰসন্ধিৰ নিষেধ

১। দ্বিবচনৰ ঈকাৰান্ত, ঊকাৰান্ত আৰু একাৰান্ত পদৰ পাচত যি কোনো স্বৰেই নাথাকক তাৰ সন্ধি নহয ; যেনে –

| | |
|---|---|
| মুনী-ইমৌ—মুনী ইমৌ | বৰী-আগতৌ—কৰী আগতৌ |
| বাহু-এতৌ—বাহু এতৌ | নয়নে-ইমে—নয়নে ইমে |

২। অদস্ সৰ্ব্বনামৰ অমী আৰু অমু এই দুই ঈকাৰান্ত আৰু ঊকাৰান্ত ৰূপৰ পাচত আন স্বৰ থাকিলে তাৰ সন্ধি নহয়; যেনে—

| | |
|---|---|
| অমী-অশ্বাঃ—অমী অশ্বাঃ | অমু-ঈক্ষণে—অমু ঈক্ষণে |
| অমী-উষ্ট্ৰাঃ—অমী উষ্ট্ৰাঃ | অমু-অসুৰৌ—অমু অসুৰৌ |

## অনিয়মীয়া স্বৰসন্ধি

এতিয়ালৈকে যিমানবোৰ স্বৰসন্ধিৰ নিয়ম উল্লেখ কৰা হ'ল, সেইবোৰৰ বাহিৰতো কিছুমান সন্ধিৰ প্ৰয়োগ সংস্কৃত ভাষাত পোৱা যায় ; যেনে—

অক্ষ-ঊহিণী—অক্ষৌহিণী
স্ব-ঈৰঃ—স্বৈৰঃ ( স্বাধীন )
প্ৰ-ঊঢ়ঃ—প্ৰৌঢ়ঃ ( বয়সীয়া )
প্ৰ-এষঃ—প্ৰৈষঃ ( চাকৰ )
কুল-অটা—কুলটা ( বেশ্যা )

সাৰ-অঙ্গঃ—সাৰঙ্গঃ ( পহু )
শিৰ-এহি—শিৰেহি
অৰ-এহি—অৰেহি
গো-ইন্দ্ৰঃ—গৱেন্দ্ৰঃ
গো-অক্ষঃ—গৱাক্ষঃ ( খিৰিকী )

অকাৰান্ত আৰু আকাৰান্ত পূৰ্ব্ব-পদৰ লগত ঋত (পীড়িত) শব্দৰ তৃতীয়া তৎপুৰুষ সমাস হলে ঋৰ ঠাইত আৰ্ হয় ; যেনে—

ভয়-ঋতঃ ( ভয়েন ঋতঃ )—ভয়াৰ্ত্তঃ    তৃষ্ণা-ঋতঃ—তৃষ্ণাৰ্ত্তঃ

# ব্যঞ্জনসন্ধি

১। জ্ বা ঝ্ পাচত থাকিলে ত্ আৰু দ্‌ৰ ঠাইত জ্ হয়—

যাৱৎ-জীৱনম্—যাৱজ্জীৱনম্    ৱিপদ্-জ্বালা—ৱিপজ্জ্বালা
মহৎ-ঝংকৃতম্—মহজ্ঝংকৃতম্    এতদ্-ঝংকৃতম্—এতজ্ঝংকৃতম্

২। ট্ বা ঠ্ পাচত থাকিলে ত্ আৰু দ্‌ৰ ঠাইত ট্ হয়—

বৃহৎ-টঙ্কাৰঃ—বৃহট্টঙ্কাৰঃ    তদ্-টঙ্কাৰঃ—তট্টঙ্কাৰঃ
চলৎ-ঠকুৰঃ—চলট্ঠকুৰঃ    এতদ্-ঠকুৰঃ—এতট্ঠকুৰঃ

৩। ড্ বা ঢ্ পাচত থাকিলে ত্ আৰু দ্‌ৰ ঠাইত ড্ হয়—

বৃহৎ-ডিম্বঃ—বৃহড্ডিম্বঃ    তদ্-ডমৰুঃ—তড্ডমৰুঃ
মহৎ-ঢালম্—মহড্ঢালম্    এতদ্-ঢৌকনম্—এতড্ঢৌকনম্

৪। ল্ পাচত থাকিলে ত্ আৰু দ্‌ৰ ঠাইত ল্ হয়—

উৎ-লাসঃ—উল্লাসঃ    এতদ্-লক্ষণম্—এতল্লক্ষণম্

৫। পদৰ অন্তত থকা ত্ বা দ্ ৰ পাচত শ্ থাকিলে ত্ বা দ্ ৰ ঠাইত চ্ আৰু শ্ ৰ ঠাইত ছ্ হয়—

শৰৎ-শশাঙ্কঃ—শৰচ্ছশাঙ্কঃ এতদ্-শব্দঃ—এতচ্ছব্দঃ
উৎ-শিষ্টম্—উচ্ছিষ্টম্

৬। পদৰ অন্তত থকা ত্ আৰু দ্ ৰ পাচত হ্ থাকিলে ত্ ৰ ঠাইত দ্ হয়, দ্ ৰ একো পৰিবৰ্ত্তন নহয়, আৰু হ্ বিকল্পে ধ্ হয়—

উৎ-হাৰঃ—উদ্‌হাৰ, উদ্ধাৰঃ সুহৃদ্-হেতুঃ—সুহৃদ্‌হেতুঃ সুহৃদ্ধেতুঃ
জগৎ-হিতায়—জগদ্‌হিতায়, জগদ্ধিতায়

৭। ন্ ৰ পাচত জ্ বা ঝ্ থাকিলে ন্ ৰ ঠাইত ঞ্ হয়—

ৰিপূন্-জয়—ৰিপুঞ্জয় হসন্-জল্পতি—হসঞ্জল্পতি
মহান্-ঝঙ্কাৰঃ—মহাঞ্ঝঙ্কাৰঃ

৮। ন্ ৰ পাচত ড্ বা ঢ্ থাকিলে ন্ ৰ ঠাইত ণ্ হয়—

পতন্-ডমৰুঃ—পতণ্ডমৰুঃ মহান্-ঢোলঃ—মহাণ্ঢোলঃ

৯। ন্ ৰ পাচত ল্ থাকিলে ন্ ৰ ঠাইত ল্ হয় ; এই লকাৰৰ আগৰ স্বৰ অনুনাসিক হয় আৰু তাকে বুজাবলৈ ওপৰত ঁ (চন্দ্ৰবিন্দু) চিন বহে—

মহান্-লাভঃ—মহাঁল্লাভঃ এতাৱান্-লোভঃ—এতাৱাঁল্লোভঃ

১০। পদান্ত ন্ ৰ পাচত শ্ থাকিলে, ন্ ৰ ঠাইত ঞ্ আৰু শ্ ৰ ঠাইত ছ্ হয়—

মহান্-শব্দঃ—মহাঞ্ছব্দঃ হসন্-শম্ভুঃ—হসঞ্ছম্ভুঃ

১১। হ্রস্ব স্বৰৰ পাচত থকা পদান্ত ন্ ৰ পাচত যি কোনো স্বৰ থাকিলেই ন্ ৰ ঠাইত ন্ন্ হয়—

কুৰ্ব্বন্-অপি—কুৰ্ব্বন্নপি জপন্-ঋষিঃ—জপন্নৃষিঃ

হসন্-ইৱ—হসন্নিৱ জীৱন্-এৱ—জীৱন্নেৱ

কিন্তু ন্ দীৰ্ঘস্বৰৰ পাচত থাকিলে ন্ন্ নহয়—

মহান্-অজগৰঃ—মহানজগৰঃ নৰান্-আগতান্—নৰানাগতান্

ঋষীন্-অৰ্চ্চয়—ঋষীনৰ্চ্চয় শিশূন্-এতান্—শিশূনেতান্

১২। মূৰ্ধন্য ষকাৰৰ পাচত থকা ত্ আৰু থ্ ৰ ঠাইত ক্ৰমে ট্ আৰু ঠ্ হয়—

পুষ্-তঃ—পুষ্টঃ ষষ্-থঃ—ষষ্ঠঃ

১৩। স্বৰবৰ্ণ, বৰ্গৰ তৃতীয় আৰু চতুৰ্থ বৰ্ণ বা য্ ৰ্ ল্ ৱ্ হ্ পাচত থাকিলে—

(ক) পদান্ত ক্ ৰ ঠাইত গ্ হয়—

দিক্-অন্তঃ—দিগন্তঃ প্ৰাক্-উক্তম্—প্ৰাগুক্তম্

ৱাক্-ঈশঃ—ৱাগীশঃ সম্যক্-বদ্ধ—সম্যগ্‌বদ্ধঃ

ধিক্ দৰিদ্ৰতাম্—ধিগ্দৰিদ্ৰতাম্ ৱাক্-যুদ্ধম্—ৱাগ্‌যুদ্ধম্

(খ) পদান্ত চ্ ৰ ঠাইত জ্ হয়—

অচ্-অন্তঃ—অজন্তঃ অচ্-লোপঃ—অজ্‌লোপঃ

(গ) পদান্ত ট্ ৰ ঠাইত ড্ হয়—

সম্ৰাট্-আয়াতি—সম্ৰাডায়াতি দেৱৰাট্-ৱদতি—দেৱৰাড্‌ৱদতি

(ঘ) পদান্ত প্ ৰ ঠাইত ব্ হয়—

অপ্-আশয়ঃ—অবাশয়ঃ অপ্-জম্মা—অব্জম্মা

১৪। স্বৰবৰ্ণ বা গ্ ঘ্ দ্ ধ্ ব্ ভ্ য্ ৰ্ ৱ্ পাচত থাকিলে পদান্ত ত্ ৰ ঠাইত দ্ হয়—

বৃহৎ-অশ্বঃ—বৃহদশ্বঃ যোষিৎ-গিৰঃ—যোষিদ্গিৰঃ

সৰিৎ-উদকম্—সৰিদুদকম্ মহৎ-ভয়ম্—মহদ্ভয়ম্

১৫। ন্ বা ম্ পাচত থাকিলে পদৰ অন্তত থকা বৰ্গৰ প্ৰথম বৰ্ণৰ ঠাইত সেই বৰ্গৰ তৃতীয় বা পঞ্চম বৰ্ণ হয়—

দিক্-মাতঙ্গাঃ—দিগ্মাতঙ্গাঃ, দিঙ্মাতঙ্গাঃ

জগৎ-নাথঃ—জগদ্নাথঃ, জগন্নাথঃ

দেৱৰাট্-নৱতি—দেৱৰাড্নৱতি, দেৱৰাণ্নৱতি

অপ্-মৎস্যাঃ—অব্মৎস্যাঃ, অম্মৎস্যাঃ

কিন্তু তলৰ সন্ধিবোৰত এটা ৰূপেই হয়—

ৱাক্-ময়ম্—ৱাঙ্ময়ম্ ষট্-নৱতিঃ—ষণ্ণৱতিঃ

১৬। ট্ বা ঠ্ পাচত থাকিলে বিসৰ্গৰ ঠাইত ষ্ হয়—

ধনুঃ-টঙ্কাৰঃ—ধনুষ্টঙ্কাৰঃ মৃন্ময়ঃ-ঠকুৰঃ—মৃন্ময়ষ্ঠকুৰঃ

মৃতঃ-টিট্টিভঃ—মৃতষ্টিট্টিভঃ

১৭। শ্ ষ্ স্ পাচত থাকিলে বিসৰ্গৰ ঠাইত যথাক্ৰমে শ্ ষ্ স্ হয়, অথবা একো পৰিবৰ্ত্তন নহয়—

শুক্ৰঃ-শঙ্খঃ—শুক্ৰশ্শঙ্খঃ, শুক্ৰঃ শঙ্খঃ

জাতঃ-ষডাননঃ—জাতষ্ষড়াননঃ, জাতঃ ষড়াননঃ

কৃতঃ-সন্ধিঃ—কৃতস্সন্ধিঃ, কৃতঃ সন্ধিঃ

১৮। যদি স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ, বা য্ ৰ্ ল্ ৱ্ হ্ পাচত থাকে তেনেহলে পুনঃ, প্ৰাতঃ, অন্তঃ, স্বঃ, ভ্ৰাতঃ, পিতঃ, আদি পদৰ বিসৰ্গৰ ঠাইত ৰ্ হয়—

| | |
|---|---|
| পুনঃ-আয়াতি—পুনৰায়াতি | স্বঃ-লোকঃ—স্বৰ্লোকঃ |
| প্ৰাতঃ-অশনম্—প্ৰাতৰশনম্ | ভ্ৰাতঃ-গচ্ছ—ভ্ৰাতৰ্গচ্ছ |
| অন্তঃ-আত্মা—অন্তৰাত্মা | পিতঃ-নমামি—পিতৰ্নমামি |

১৯। যদি ৰ্ পাচত থাকে বিসৰ্গৰ ঠাইত হোৱা ৰ্ লোপ হয় আৰু আগৰ হ্ৰস্ব স্বৰ দীৰ্ঘ হয়—

| | |
|---|---|
| পুনঃ-ৰমতে—পুনাৰমতে | মাতুঃ-ৰুধিৰম্—মাতূৰুধিৰম্ |
| নিঃ-ৰোগ—নীৰোগঃ | শিশুঃ-ৰৌতি—শিশূৰৌতি |

২০। স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়, চতুৰ্থ, পঞ্চম বৰ্ণ, য্ ৰ্ ল্ ৱ্ হ্ পাচত থাকিলে ভোঃ পদৰ বিসৰ্গৰ লোপ হয়—

| | |
|---|---|
| ভোঃ-অচ্যুত—ভো অচ্যুত | ভোঃ-হৰে—ভো হৰে |

২১। ক্ খ্ প্ ফ্ পাচত থাকিলে নিঃ, দুঃ, বহিঃ আদিৰ বিসৰ্গৰ ঠাইত ষ্ হয়—

| | |
|---|---|
| বহিঃ-কাৰঃ—বহিষ্কাৰঃ | দুঃ-কৃতম্—দুষ্কৃতম্ |
| নিঃ-পেষণম্—নিষ্পেষণম্ | নিঃ-ফলম্—নিষ্ফলম্ |

২২। কৃ ধাতুৰপৰা হোৱা কোনো পদ পাচত থাকিলে নমঃ, পুৰঃ, তিৰঃ—এই তিনি পদৰ বিসৰ্গৰ ঠাইত স্ হয়—

| | |
|---|---|
| নমঃ-কাৰঃ—নমস্কাৰঃ | পুৰঃ-কাৰঃ—পুৰস্কাৰঃ |
| তিৰঃ-ক্ৰিয়া—তিৰস্ক্ৰিয়া | |

২৩। ওপৰৰ নিয়মমতে নোহোৱা তলৰ সন্ধিবোৰ মন কৰিব-লগীয়া—

অহন্-অহঃ—অহৰহঃ ৱাচঃ-পতিঃ—বাচস্পতিঃ
যশঃ-কৰঃ—যশস্কৰঃ চতুঃ-তয়ম্—চতুষ্টয়ম্
মনঃ-কামঃ—মনস্কামঃ ভাঃ-কৰঃ—ভাস্কৰঃ
উৎ-স্থানম্—উত্থানম্ উৎ-স্থিতিঃ—উত্থিতিঃ

## অনুশীলন

১। সন্ধি কৰা :—

কৰ্ৰী-ইমৌ ; ৱিধৌ-উদিতে ; গো-অক্ষঃ ; শোক-ঋতঃ ; ইক্ষু-ছায়া ; পিতঃ-ৰক্ষ ; তৎ-ন ; এষঃ-অহম্ ; কৰিঃ-অযম্ , তৎ-মাত্ৰম্ ; হসন্-চলতি ; বৃহৎ-হস্তী ; পুনঃ-আগতঃ ; মহান্-ত্যাগঃ ; ৱাক্-দানম্ ; পুম্-চাতকঃ ; ধাৱন্-আয়াতি।

২। সন্ধি ভাঙা :—

কুলটা ; সাৰঙ্গঃ ; তইহ ; কত্বম্ ; কুতআয়াতঃ ; সাধুৰহম্ ; ৱনাদাগতঃ ; ভৱদ্দৰ্শনম্ ; মহাল্লাভঃ ; কিঙ্কৰোমি ; ভো সাধো ; জগদ্ধিতায ; মনোদেহি ; নীৰোগঃ ; ধনৱাংশ্চ ; চিৰঞ্জীৱ ; মনস্কামঃ ; সফলোঽস্তু।

৩। শুদ্ধ কৰি লিখা :—

মুনীমৌ ; পূৰ্ণো চন্দ্ৰঃ ; এষো ভগৱান্ ; কো আয়াতি ; হৃচ্চৰিতম্ ; মনযোগঃ ; হসঞ্চলতি।

# সুবন্ত প্ৰকৰণ

## ব্যঞ্জনান্ত শব্দ

### ক্লীবলিঙ্গ জ্‌কাৰান্ত শব্দ—অসৃজ্ (তেজ)

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | অসৃক্ (গ্) | অসৃজী | অসৃঞ্জি |
| দ্বিতীয়া | অসৃক্ (গ্) | অসৃজী | অসৃঞ্জি |
| সম্বো | অসৃক্ (গ্) | | |

বাকী বিভক্তিত বণিজ্ শব্দৰ দৰে ৰূপ হব; জ্‌কাৰান্ত ক্লীবলিঙ্গ শব্দৰ এই ৰূপ।

### পুংলিঙ্গ শব্দ—শ্ৰীমৎ (সুশ্ৰী)

| | | | |
|---|---|---|---|
| প্ৰথমা | শ্ৰীমান্ | শ্ৰীমন্তৌ | শ্ৰীমন্তঃ |

বাকীবোৰ বিভক্তিত পুংলিঙ্গ গচ্ছৎ শব্দৰ দৰে।

| মতুপ্ আৰু বতুপ | ক্তবতু |
|---|---|
| ধীমৎ—বুধিয়ক | কৃতবৎ—কৰা |
| বুদ্ধিমৎ—বুধিয়ক | গতৱৎ—যোৱা |
| আয়ুষ্মৎ—দীৰ্ঘায়ু | নীতৱৎ—নিয়া |
| যাৱৎ—যিমান | শ্ৰুতৱৎ—শুনা |

| **মতুপ্ আৰু ৱতুপ্** | **ক্তৱতু** |
|---|---|
| তাৱৎ—তিমান | ভগৱৎ—ঈশ্বৰ |
| জ্ঞানৱৎ—জ্ঞানী | অধীতৱৎ—পঢ়া |

ইত্যাদি সকলো মতুপ্, ৱতুপ্ আৰু ক্তৱতু প্ৰত্যয়ান্ত শব্দৰ, আৰু আপুনি অৰ্থত হোৱা **ভৱৎ** শব্দৰ ৰূপ **শ্ৰীমৎ** শব্দৰ দৰে।

স্ত্ৰীলিঙ্গত উক্ত শব্দবোৰ ঈ-কাৰান্ত হয় আৰু তেতিয়া **নদী** শব্দৰ দৰে ৰূপ হয়।

ক্লীবলিঙ্গ মতুপ্, ৱতুপ্ আৰু ক্তৱতু প্ৰত্যয়ান্ত শব্দৰ ৰূপ ক্লীবলিঙ্গ **শ্ৰীমৎ** শব্দৰ দৰে।

## ক্লীবলিঙ্গ ত্-কাৰান্ত শব্দ

### শ্ৰীমৎ ( শুৱনি )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | শ্ৰীমৎ | শ্ৰীমতী | শ্ৰীমন্তি |
| দ্বিতীয়া | শ্ৰীমৎ | শ্ৰীমতী | শ্ৰীমন্তি |
| সম্বো | শ্ৰীমৎ | | |

বাকীবোৰ বিভক্তিত স্ত্ৰীলিঙ্গ **সৰিৎ** শব্দৰ দৰে।

**জগৎ** ( পৃথিবী ), **বিষৱৎ** ( বিষতুল্য ), **ৰসৱৎ** ( ৰসাল ) আদি ক্লীবলিঙ্গ ত্-কাৰান্ত শব্দৰ এই ৰূপ।

### মহৎ ( ডাঙৰ )

| | | | |
|---|---|---|---|
| প্ৰথমা | মহৎ ( দ্ ) | মহতী | মহান্তি |
| দ্বিতীয়া | মহৎ ( দ্ ) | মহতী | মহান্তি |
| সম্বো | মহৎ ( দ্ ) | | |

বাকীবোৰ বিভক্তিত **সৰিৎ** শব্দৰ দৰে।

## গচ্ছৎ ( গৈ থকা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্রথমা | গচ্ছৎ ( দ্ ) | গচ্ছতী | গচ্ছন্তি |
| দ্বিতীয়া | গচ্ছৎ ( দ্ ) | গচ্ছতী | গচ্ছন্তি |
| সম্বো | গচ্ছৎ ( দ্ ) | | |

বাকী বিভক্তিত পুংলিঙ্গৰ দৰে। ভ্বাদি আৰু দিবাদিগণীয় ধাতুৰ পাচত শতৃ প্ৰত্যয হৈ হোৱা শব্দৰ এনে ৰূপ।

## পৃচ্ছৎ ( সোধা )

| | | | |
|---|---|---|---|
| প্রথমা | পৃচ্ছৎ ( দ্ ) | পৃচ্ছতী, পৃচ্ছন্তী | পৃচ্ছন্তি |
| দ্বিতীয়া | পৃচ্ছৎ ( দ্ ) | পৃচ্ছতী, পৃচ্ছন্তী | পৃচ্ছন্তি |
| সম্বোধন | পৃচ্ছৎ ( দ্ ) | | |

বাকীবোৰ বিভক্তিত পুংলিঙ্গ গচ্ছৎ শব্দৰ দৰে। **ইচ্ছৎ, মুঞ্চৎ, তুদৎ, যাৎ, স্নাৎ** আদি তুদাদিগণীয় আৰু অদাদিগণীয় আকাৰান্ত ধাতুৰ পাচত শতৃ প্ৰত্যয় হৈ হোৱা শব্দৰ এনে ৰূপ।

## দদৎ ( দিয়া )

| | | | |
|---|---|---|---|
| প্রথমা | দদৎ ( দ্ ) | দদতী | দদন্তি, দদতি |
| দ্বিতীয়া | দদৎ ( দ্ ) | দদতী | দদন্তি, দদতি |
| সম্বোধন | দদৎ ( দ্ ) | | |

**বিভ্ৰৎ** ( ধাৰণ কৰা ), **জহৎ** ( ত্যাগ কৰা ), **বিভ্যৎ** ( ভয় কৰা ), **দধৎ** (ধাৰণ কৰা) ইত্যাদি অভ্যস্ত ধাতুৰ পাচত শতৃ প্ৰত্যয় হৈ হোৱা ক্লীবলিঙ্গ শব্দৰ এনে ৰূপ। বাকীবোৰ ক্লীবলিঙ্গ অৎ-ভাগান্ত শব্দৰ ৰূপ **শ্ৰীমৎ** শব্দৰ দৰে।

## ক্লীবলিঙ্গ দ্‌কাৰান্ত শব্দ—**হৃদ্** ( হৃদয় )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | হৃৎ ( দ্ ) | হৃদী | হৃন্দি |
| দ্বিতীয়া | হৃৎ ( দ্ ) | হৃদী | হৃন্দি |
| সম্বো | হৃৎ ( দ্ ) | | |

বাকীবোৰ বিভক্তিত পুংলিঙ্গ **সুহৃদ** শব্দৰ দৰে। ক্লীবলিঙ্গ দ্‌কাৰান্ত শব্দৰ এনে ৰূপ।

## স্ত্ৰীলিঙ্গ ধ্‌কাৰান্ত শব্দ—**বীৰুধ্** ( লতা )

| | | | |
|---|---|---|---|
| প্ৰথমা | বীৰুৎ ( দ্ ) | বীৰুধৌ | বীৰুধঃ |
| দ্বিতীয়া | বীৰুধম্ | বীৰুধৌ | বীৰুধঃ |
| তৃতীয়া | বীৰুধা | বীৰুদ্ভ্যাম্ | বীৰুদ্ভিঃ |
| চতুৰ্থী | বীৰুধে | বীৰুদ্ভ্যাম্ | বীৰুদ্ভ্যঃ |
| পঞ্চমী | বীৰুধঃ | বীৰুদ্ভ্যাম্ | বীৰুদ্ভ্যঃ |
| ষষ্ঠী | বীৰুধঃ | বীৰুধোঃ | বীৰুধাম্ |
| সপ্তমী | বীৰুধি | বীৰুধোঃ | বীৰুৎসু |
| সম্বো | বীৰুৎ ( দ্ ) | | |

**ক্ষুধ্**—ভোক্, **সমিধ্**—যজ্ঞৰ কাঠ, **যুধ্**—যুদ্ধ, ইত্যাদি ধ্‌কাৰান্ত স্ত্ৰীলিঙ্গ শব্দৰ এনে ৰূপ।

**প্ৰয়োগ :—**

কাপোৰখন তেজেৰে ৰাঙলী হৈছিল—বস্ত্ৰম্ অসৃজা ৰক্তম্ অভৱৎ।

তেওঁ শ্ৰীমন্ত পুৰুষ আছিল—স শ্ৰীমান্ পুৰুষঃ আসীৎ।

এই লতাবোৰৰ ফুলবোৰ ধুনীয়া—এতাসাং বীৰুধাং পুষ্পাণি মনোহৰাণি।

তেওঁলোক ডাঙৰ হাবিলৈ গৈছিল—তে মহৎ বনং গতবন্তঃ।

**অনুশীলন**

১। সংস্কৃতত অনুবাদ কৰা :—

তেওঁৰ লৰা তিনিটা বুধিয়ক। ভগৱান কৃষ্ণই কংসক মাৰিছিল। মই ব্যাকৰণ পঢ়িছিলোঁ। তোমাৰ কথা বৰ ধুনীয়া। ঋষিৰ লৰাবোৰে সমিধ আনিছিল।

I saw my friend taking his bath. I saw the sage on account of great religious merit ( পুণ্য ). Take as much wealth as you like. The man is afflicted with hunger. The students of this class are intelligent.

২। তলৰ বাক্যবোৰ পূৰণ কৰা :—

বয়ং মধুৰং গীতং——। অস্যাঃ——নাম নৱমল্লিকা। অস্মিন——দৰিদ্ৰস্য সুখং নাস্তি।

পুংলিঙ্গ শব্দ—**আত্মন্** ( নিজ, আত্মা )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | আত্মা | আত্মানৌ | আত্মানঃ |
| দ্বিতীয়া | আত্মানম্ | আত্মানৌ | আত্মনঃ |
| তৃতীয়া | আত্মনা | আত্মভ্যাম্ | আত্মভিঃ |
| চতুৰ্থী | আত্মনে | আত্মভ্যাম্ | আত্মভ্যঃ |
| পঞ্চমী | আত্মনঃ | আত্মভ্যাম্ | আত্মভ্যঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| ষষ্ঠী | আত্মনঃ | আত্মনোঃ | আত্মনাম্ |
| সপ্তমী | আত্মনি | আত্মনোঃ | আত্মসু |
| সম্বো | আত্মন | | |

**যজ্বন্**—(যজ্ঞকৰ্ত্তা), **ব্ৰহ্মন্**—(ব্ৰহ্ম নামে ঋত্বিক), **যক্ষ্মন্**—(ক্ষয়ৰোগ), **অশ্মন্**—(শিল), **কৃষ্ণবৰ্ত্মন্**—(জুই)—ইত্যাদি যিবোৰ শব্দৰ অন্ ভাগৰ 'অ'টো ম্ বা ৱ্ ৰ সৈতে সংযুক্ত বৰ্ণৰ লগত থাকে তাৰ ৰূপ **আত্মন্** শব্দৰ দৰে।

## পুংলিঙ্গ শব্দ—**যুৱন্** (ডেকা)

| | | | |
|---|---|---|---|
| প্ৰথমা | যুৱা | যুৱানৌ | যুৱানঃ |
| দ্বিতীয়া | যুৱানম্ | যুৱানৌ | যূনঃ |
| তৃতীয়া | যূনা | যুৱভ্যাম্ | যুৱভিঃ |
| চতুৰ্থী | যূনে | যুৱভ্যাম্ | যুৱভ্যঃ |
| পঞ্চমী | যূনঃ | যুৱভ্যাম্ | যুৱভ্যঃ |
| ষষ্ঠী | যূনঃ | যূনোঃ | যূনাম্ |
| সপ্তমী | যূনি | যূনোঃ | যুৱসু |
| সম্বো | যুৱন্ | | |

**সঙ্কেত :**—'যু'ৰ উকাৰ ন্‌ৰ আগত থাকিলে দীৰ্ঘ হয়।

## পুংলিঙ্গ শব্দ—**শ্বন্** (কুকুৰ)

| | | | |
|---|---|---|---|
| প্ৰথমা | শ্বা | শ্বানৌ | শ্বানঃ |
| দ্বিতীয়া | শ্বানম্ | শ্বানৌ | শুনঃ |
| তৃতীয়া | শুনা | শ্বভ্যাম | শ্বভিঃ |

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| চতুৰ্থী | শুনে | শ্বভ্যাম্ | শ্বভ্যঃ |
| পঞ্চমী | শুনঃ | শ্বভ্যাম্ | শ্বভ্যঃ |
| ষষ্ঠী | শুনঃ | শুনোঃ | শুনাম্ |
| সপ্তমী | শুনি | শুনোঃ | শ্বসু |
| সম্বো | শ্বন্ | | |

## পুংলিঙ্গ শব্দ—**মঘৱন্** ( ইন্দ্ৰ )

| | | | |
|---|---|---|---|
| প্ৰথমা | মঘৱা, মঘৱান্ | মঘৱানৌ, মঘৱন্তৌ | মঘৱানঃ, মঘৱন্তঃ |
| দ্বিতীয়া | মঘৱানম, মঘৱন্তম্ | মঘৱানৌ, মঘৱন্তৌ | মঘোনঃ, মঘৱতঃ |
| তৃতীয়া | মঘোনা, মঘৱতা | মঘৱভ্যাম্, মঘৱদ্ভ্যাম্ | মঘৱভিঃ, মঘৱদ্ভিঃ |
| চতুৰ্থী | মঘোনে, মঘৱতে | মঘৱভ্যাম্, মঘৱদ্ভ্যাম্ | মঘৱভ্যঃ, মঘৱদ্ভ্যঃ |
| পঞ্চমী | মঘোনঃ, মঘৱতঃ | মঘৱভ্যাম্, মঘৱদ্ভ্যাম্ | মঘৱভ্যঃ, মঘৱদ্ভ্যঃ |
| ষষ্ঠী | মঘোনঃ, মঘৱতঃ | মঘোনোঃ, মঘৱতোঃ | মঘোনাম্, মঘৱতাম্ |
| সপ্তমী | মঘোনি, মঘৱতি | মঘোনোঃ, মঘৱতোঃ | মঘৱসু, মঘৱৎসু |
| সম্বো | মঘৱন্ | | |

অন্-ভাগান্ত স্ত্ৰীলিঙ্গ শব্দ নাই।

## ক্লীবলিঙ্গ অন্-ভাগান্ত শব্দ—**কৰ্মন্** ( কাম )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | কৰ্ম | কৰ্মণী | কৰ্মাণি |
| দ্বিতীয়া | কৰ্ম | কৰ্মণী | কৰ্মাণি |
| সম্বো | কৰ্ম, কৰ্মন্ | | |

বাকীবোৰ বিভক্তিত আত্মন্ শব্দৰ দৰে।

জন্মন্—জন্ম পৰ্ব্বন্—গাঁথি, উৎসৱ চৰ্মন্—চাল
শৰ্মন্—সুখ শ্লেষ্মন্—ঘৰ ভস্মন্—ছাই

ইত্যাদি, যিবোৰ শব্দৰ 'অন্' ভাগৰ 'অ'টো ম্ বা ৱ্ৰ সৈতে হোৱা যুক্তাক্ষৰৰ লগত মিলি থাকে, সিইতৰ এনে ৰূপ।

### ক্লীবলিঙ্গ শব্দ—**অহন্** ( দিন )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | অহঃ | অহ্নী, অহনী | অহানি |
| দ্বিতীয়া | অহঃ | অহ্নী, অহনী | অহানি |
| তৃতীয়া | অহ্না | অহোভ্যাম্ | অহোভিঃ |
| চতুৰ্থী. | অহ্নে | অহোভ্যাম্ | অহোভ্যঃ |
| পঞ্চমী | অহ্নঃ | অহোভ্যাম্ | অহোভ্যঃ |
| ষষ্ঠী | অহ্নঃ | অহ্নোঃ | অহ্নাম্ |
| সপ্তমী | অহ্নি, অহনি | অহ্নোঃ | অহঃসু |
| সম্বো | অহঃ | | |

### পুংলিঙ্গ হন্-ভাগান্ত শব্দ—**বৃত্ৰহন্** ( ইন্দ্ৰ )

| | | | |
|---|---|---|---|
| প্ৰথমা | বৃত্ৰহা | বৃত্ৰহণৌ | বৃত্ৰহণঃ |
| দ্বিতীয়া | বৃত্ৰহণম্ | বৃত্ৰহণৌ | বৃত্ৰঘ্নঃ |
| তৃতীয়া | বৃত্ৰঘ্না | বৃত্ৰহভ্যাম্ | বৃত্ৰহভিঃ |
| চতুৰ্থী | ব ত্ৰঘ্নে | বৃত্ৰহভ্যাম | বৃত্ৰহভ্যঃ |
| পঞ্চমী | বৃত্ৰঘ্নঃ | বৃত্ৰহভ্যাম্ | বৃত্ৰহভ্যঃ |
| ষষ্ঠী | বৃত্ৰঘ্নঃ | বৃত্ৰঘ্নোঃ | বৃত্ৰঘ্নাম |
| সপ্তমী | বৃত্ৰঘ্নি, বৃত্ৰহণি | বৃত্ৰঘ্নোঃ | বৃত্ৰহসু |
| সম্বো | বৃত্ৰহন | | |

**সঙ্কেত ঃ**—ন্ 'ঘ'ৰে সৈতে যুক্ত হলে ণত্ব নহয়।

**ব্ৰহ্মহন্**—( ব্ৰহ্মহত্যাকাৰী ), **ভ্ৰূণহন্** ( ভ্ৰূণহত্যাকাৰী ) আদিৰো এইদৰে ৰূপ হয়।

## পুংলিঙ্গ শব্দ—**পথিন্** ( বাট )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | পন্থাঃ | পন্থানৌ | পন্থানঃ |
| দ্বিতীয়া | পন্থানম্ | পন্থানৌ | পথঃ |
| তৃতীয়া | পথা | পথিভ্যাম্ | পথিভিঃ |
| চতুৰ্থী | পথে | পথিভ্যাম্ | পথিভ্যঃ |
| পঞ্চমী | পথঃ | পথিভ্যাম্ | পথিভ্যঃ |
| ষষ্ঠী | পথঃ | পথোঃ | পথাম্ |
| সপ্তমী | পথি | পথোঃ | পথিষু |
| সম্বো | পন্থাঃ | | |

**প্ৰয়োগ ঃ**—

নিজেই নিজৰ শত্ৰু—আত্মা এৱ আত্মনঃ শত্ৰুঃ।

ডেকা দুজনে কি কৈছিল ?—যুৱানৌ কিম্ অৱদতাম্ ?

চিকাৰীয়ে কুকুৰটোৰে সৈতে বনলৈ গৈছে—ব্যাধঃ শুনা সহ বনং যাতি।

ইন্দ্ৰৰ পুত্ৰ জয়ন্তই সুধিছিল—মঘোনঃ সূনুঃ জয়ন্তোঽপৃচ্ছৎ।

গৰম কালত দিনবোৰ দীঘল হয়—গ্ৰীষ্মে অহানি দীৰ্ঘাণি ভৱন্তি।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

মানুহ জন্মৰ দ্বাৰা ডাঙৰ নহয় ; কৰ্মৰ দ্বাৰা হয়। কুকুৰটোক এডোখৰ মঙহ দিয়া। তোমাৰ পথ মঙ্গলময় হওক। যুবকৰ মন সদায় প্ৰফুল্ল। এইটো ছাগলী নহয়, কুকুৰ।

The soul does not perish. Phthisis is a terrible disease. Pleasure lies in works. Indra killed Vritra. I do not get peace ( শৰ্মন্ ). He filled up ( পূৰ্ ) the mouth of the dog with arrows.

২। তলত দিয়া পদবোৰেৰে বাক্য ৰচনা কৰা :—

শ্লেষ্মণি, অহ্নঃ, শ্বানৌ, পথিষু।

৩। তলত দিয়া বাক্যবোৰ শুদ্ধ কৰি লিখা :—

অনেন পথেন চৌৰঃ ধাৱতি। সদা কৰ্মং কুৰু। অস্মিন্ জন্মে মম শৰ্মং ন ভৱিষ্যতি। চৰ্মেণ নিৰ্মিতঃ। গুণৱানং জনং নৰাঃ প্ৰণমন্তি।

### ক্লীবলিঙ্গ ইন্-ভাগান্ত শব্দ—ভাৱিন্ ( হবলগীয়া )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ভাৱি | ভাৱিনী | ভাৱীনি |
| দ্বিতীয় | ভাৱি | ভাৱিনী | ভাৱীনি |
| সম্বো | ভাৱিন্ | | |

বাকী বিভক্তিত পুংলিঙ্গ **ধনিন্** শব্দৰ দৰে ৰূপ হয়। ইন্-ভাগান্ত ক্লীবলিঙ্গ শব্দৰ এই ৰূপ।

### স্ত্ৰীলিঙ্গ প্ কাৰান্ত শব্দ—অপ্ ( পানী )

( অপ্ শব্দ সদায় বহুবচনত ব্যৱহাৰ হয় )

| | |
|---|---|
| প্ৰথমা | আপঃ |
| দ্বিতীয়া | অপঃ |
| তৃতীয়া | অদ্ভিঃ |

| | |
|---|---|
| চতুৰ্থী | অদ্ভ্যঃ |
| পঞ্চমী | অদ্ভ্যঃ |
| ষষ্ঠী | অপাম্ |
| সপ্তমী | অপ্সু |
| সম্বো | আপঃ |

## স্ত্ৰীলিঙ্গ ভ্‌কাৰান্ত শব্দ—ককুভ্ ( দিশ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ককুপ্ ( ব্ ) | ককুভৌ | ককুভঃ |
| দ্বিতীয়া | ককুভম্ | ককুভৌ | ককুভঃ |
| তৃতীয়া | ককুভা | ককুব্ভ্যাম্ | ককুব্ভিঃ |
| চতুৰ্থী | ককুভে | ককুব্ভ্যাম্ | ককুব্ভ্যঃ |
| পঞ্চমী | ককুভঃ | ককুব্ভ্যাম্ | ককুব্ভ্যঃ |
| ষষ্ঠী | ককুভঃ | ককুভোঃ | ককুভাম্ |
| সপ্তমী | ককুভি | ককুভোঃ | ককুপ্সু |
| সম্বো | ককুপ্ ( ব্ ) | | |

স্ত্ৰীলিঙ্গ **অনুষ্টুভ্** ( এবিধ ছন্দৰ নাম ), **ত্ৰিষ্টুভ্** ( এবিধ ছন্দৰ নাম ) আদিৰো এনে ৰূপ।

## স্ত্ৰীলিঙ্গ ৰ্‌কাৰান্ত শব্দ—গিৰ্ ( কথা )

| | | | |
|---|---|---|---|
| প্ৰথমা | গীঃ | গিৰৌ | গিৰঃ |
| দ্বিতীয়া | গিৰম্ | গিৰৌ | গিৰঃ |
| তৃতীয়া | গিৰা | গীৰ্ভ্যাম্ | গীৰ্ভিঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| চতুৰ্থী | গিৰে | গীৰ্ভ্যাম্ | গীৰ্ভ্যঃ |
| পঞ্চমী | গিৰঃ | গীৰ্ভ্যাম্ | গীৰ্ভ্যঃ |
| ষষ্ঠী | গিৰঃ | গিৰোঃ | গিৰাম্ |
| সপ্তমী | গিৰি | গিৰোঃ | গীর্ষু |
| সম্বো | গীঃ | | |

**সঙ্কেত** ঃ—'গিৰ্' অৰ 'ৰ্'অৰ পাচত স্বৰবৰ্ণ নাথাকিলে ইকাৰ দীৰ্ঘ হয়।

স্ত্ৰীলিঙ্গ **পুৰ্** ( নগৰ ), **ধুৰ্** ( ভাৰ ) শব্দৰো এই ৰূপ। কেৱল ইয়াত য'ত য'ত ইকাৰ দীৰ্ঘ হয় তাত সেই সেই ঠাইত উকাৰ দীৰ্ঘ হয়।

## স্ত্ৰীলিঙ্গ ৱ্কাৰান্ত শব্দ—দিৱ্ ( স্বৰ্গ )

| | | | |
|---|---|---|---|
| প্ৰথমা | দ্যৌঃ | দিৱৌ | দিৱঃ |
| দ্বিতীয়া | দিৱম্, দ্যাম্ | দিৱৌ | দিৱঃ |
| তৃতীয়া | দিৱা | দ্যুভ্যাম্ | দ্যুভিঃ |
| চতুৰ্থী | দিৱে | দ্যুভ্যাম্ | দ্যুভ্যঃ |
| পঞ্চমী | দিৱঃ | দ্যুভ্যাম্ | দ্যুভ্যঃ |
| ষষ্ঠী | দিৱঃ | দিৱোঃ | দিৱাম্ |
| সপ্তমী | দিৱি | দিৱোঃ | দ্যুষু |
| সম্বো | দ্যৌঃ | | |

ৱ্কাৰান্ত আন শব্দ তিনিও লিঙ্গতে পাবলৈ নাই।

## পুংলিঙ্গ ষ্কাৰান্ত শব্দ—দ্বিষ্ ( শত্ৰু )

| | | | |
|---|---|---|---|
| প্ৰথমা | দ্বিট্ ( ড্ ) | দ্বিষৌ | দ্বিষঃ |
| দ্বিতীয়া | দ্বিষম্ | দ্বিষৌ | দ্বিষঃ |

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| তৃতীয়া | দ্বিষা | দ্বিড্ভ্যাম্ | দ্বিড্ভিঃ |
| | দ্বিষে | দ্বিড্ভ্যাম্ | দ্বিড্ভ্যঃ |
| | দ্বিষঃ | দ্বিড্ভ্যাম্ | দ্বিড্ভ্যঃ |
| | দ্বিষঃ | দ্বিষোঃ | দ্বিষাম |
| সপ্তমী | দ্বিষি | দ্বিষোঃ | দ্বিট্সু (দ্বিট্ৎসু) |
| সম্বো | দ্বিট্ ( ড্ ) | | |

পুংলিঙ্গ **রিদ্বিষ্** ( শত্রু ), স্ত্রীলিঙ্গ **রুষ্** ( খঙ ), **ত্বিষ্** ( কান্তি ), তৃষ্ ( তৃষ্ণা ) আদিৰ এনেকুৱা ৰূপ।

**প্ৰয়োগ :—**

অহা জন্মতো মই তোমাৰ বন্ধু হম—ভাৱিনি জন্মনি অপি অহং তব সখা ভবিষ্যামি।

পথিকে পানী খাইছে—অপঃ পিবতি পথিকঃ।

পিতাকৰ বোজা পুতেকে বৈছে—পিতু র্ধুৰং পুত্ৰো বহতি।

স্বৰ্গত বিৰাজে ইন্দ্ৰ—দিৱি বিৰাজতে দেৱৰাট্।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

পানীয়ে পৃথিবী প্লাবিত কৰিছে ( প্লাৱয়ন্তি )। তোমাৰ কথাৰ দ্বাৰাই মই তুষ্ট হৈছোঁ। পূৰ্ণিমাৰ জোনৰ কান্তি চোৱা। শত্ৰু নিধন কৰা। ত্ৰিষ্টুভ এটা ছন্দৰ নাম।

The directions are clear. There is sweetness in your speech. Narada ascended ( আ + ৰুহ্ ) heaven. He loves even his enemy. Water is the abode of Narayana.

## পুংলিঙ্গ শব্দ—**গৰীয়স্** ( বেছি ডাঙৰ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | গৰীয়ান্ | গৰীয়াংসৌ | গৰীয়াংসঃ |
| দ্বিতীয়া | গৰীয়াংসম্ | গৰীয়াংসৌ | গৰীয়সঃ |
| তৃতীয়া | গৰীয়সা | গৰীয়োভ্যাম্ | গৰীয়োভিঃ |
| চতুৰ্থী | গৰীয়সে | গৰীয়োভ্যাম্ | গৰীয়োভ্যঃ |
| পঞ্চমী | গৰীয়সঃ | গৰীয়োভ্যাম্ | গৰীয়োভ্যঃ |
| ষষ্ঠী | গৰীয়সঃ | গৰীয়সোঃ | গৰীয়সাম্ |
| সপ্তমী | গৰীয়সি | গৰীয়সোঃ | গৰীয়ঃসু |
| সম্বো | গৰীয়ন | | |

**প্ৰেয়স্** ( বেছি মৰমৰ ), **শ্ৰেয়স্** ( বেছি ভাল ), **জ্যায়স্** (বেছি ডাঙৰ), **কনীয়স্** ( বেছি সৰু ), **যবীয়স্** (বেছি সৰু) ইত্যাদি ঈযস্ প্ৰত্যয়ান্ত পুংলিঙ্গ শব্দৰ এনে ৰূপ ; স্ত্ৰীলিঙ্গত ঈযস্ প্ৰত্যযান্ত শব্দ ঈকাৰান্ত হয।

## পুংলিঙ্গ শব্দ—**ৱিদ্বস্** ( শিক্ষিত )

| | | | |
|---|---|---|---|
| প্ৰথমা | ৱিদ্বান্ | ৱিদ্বাংসৌ | ৱিদ্বাংসঃ |
| দ্বিতীয়া | ৱিদ্বাংসম্ | ৱিদ্বাংসৌ | ৱিদুষঃ |
| তৃতীয়া | ৱিদুষা | ৱিদ্বদ্ভ্যাম্ | ৱিদ্বদ্ভিঃ |
| চতুৰ্থী | ৱিদুষে | ৱিদ্বদ্ভ্যাম্ | ৱিদ্বদ্ভ্যঃ |
| পঞ্চমী | ৱিদুষঃ | ৱিদ্বদ্ভ্যাম্ | ৱিদ্বদ্ভ্যঃ |
| ষষ্ঠী | ৱিদুষঃ | ৱিদুষোঃ | ৱিদুষাম্ |
| সপ্তমী | ৱিদুষি | ৱিদুষোঃ | ৱিদ্বৎসু |
| সম্বো | ৱিদ্বন | | |

## পুংলিঙ্গ শব্দ—পুংস্ ( পুরুষ, মতা )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্রথমা | পুমান্ | পুমাংসৌ | পুমাংসঃ |
| দ্বিতীয়া | পুমাংসম্ | পুমাংসৌ | পুংসঃ |
| তৃতীয়া | পুংসা | পুংভ্যাম্, পুম্ভ্যাম্ | পুংভিঃ, পুম্ভিঃ |
| চতুর্থী | পুংসে | পুংভ্যাম্, পুম্ভ্যাম্ | পুংভ্যঃ, পুম্ভ্যঃ |
| পঞ্চমী | পুংসঃ | পুংভ্যাম্, পুম্ভ্যাম্ | পুংভ্যঃ, পুম্ভ্যঃ |
| ষষ্ঠী | পুংসঃ | পুংসোঃ | পুংসাম্ |
| সপ্তমী | পুংসি | পুংসোঃ | পুংসু |
| সম্বো | পুমন্ | | |

## স্ত্রীলিঙ্গ শব্দ—আশিস্ ( আশীর্ব্বাদ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্রথমা | আশীঃ | আশিষৌ | আশিষঃ |
| দ্বিতীয়া | আশিষম্ | আশিষৌ | আশিষঃ |
| তৃতীয়া | আশিষা | আশীর্ভ্যাম্ | আশীর্ভিঃ |
| চতুর্থী | আশিষে | আশীর্ভ্যাম্ | আশীর্ভ্যঃ |
| পঞ্চমী | আশিষঃ | আশীর্ভ্যাম্ | আশীর্ভ্যঃ |
| ষষ্ঠী | আশিষঃ | আশিষোঃ | আশিষাম্ |
| সপ্তমী | আশিষি | আশিষোঃ | আশীঃষু |
| সম্বো | আশীঃ | | |

## ক্লীবলিঙ্গ ইস্-ভাগান্ত শব্দ—**হৱিস্** ( ঘিউ )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | হৱিঃ | হৱিষী | হৱীংষি |
| দ্বিতীয়া | হৱিঃ | হৱিষী | হৱীংষি |
| তৃতীয়া | হৱিষা | হৱিৰ্ভ্যাম্ | হৱিৰ্ভিঃ |
| চতুৰ্থী | হৱিষে | হৱিৰ্ভ্যাম্ | হৱিৰ্ভ্যঃ |
| পঞ্চমী | হৱিষঃ | হৱিৰ্ভ্যাম্ | হৱিৰ্ভ্যঃ |
| ষষ্ঠী | হৱিষঃ | হৱিষোঃ | হৱিষাম্ |
| সপ্তমী | হৱিষি | হৱিষোঃ | হৱিঃষু |
| সম্বো | হৱিঃ | | |

**জ্যোতিষ্** ( পোহৰ ), **সৰ্পিস্** ( ঘিউ ), **বৰ্হিস্** ( কুশ ), **অৰ্চ্চিস্** (কিৰণ )—ইত্যাদি ইস্-ভাগান্ত ক্লীবলিঙ্গ শব্দৰ এনে ৰূপ।

## ক্লীবলিঙ্গ উস্-ভাগান্ত শব্দ—**ধনুস্** ( ধনু )

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথমা | ধনুঃ | ধনুষী | ধনূংষি |
| দ্বিতীয়া | ধনুঃ | ধনুষী | ধনূংষি |
| তৃতীয়া | ধনুষা | ধনুৰ্ভ্যাম্ | ধনুৰ্ভিঃ |
| চতুৰ্থী | ধনুষে | ধনুৰ্ভ্যাম্ | ধনুৰ্ভ্যঃ |
| পঞ্চমী | ধনুষঃ | ধনুৰ্ভ্যাম্ | ধনুৰ্ভ্যঃ |
| ষষ্ঠী | ধনুষঃ | ধনুষোঃ | ধনুষাম্ |
| সপ্তমী | ধনুষি | ধনুষোঃ | ধনুঃষু |
| সম্বো | ধনুঃ | | |

আয়ুস্—আয়ু বপুস—দেহ

চক্ষুস—চকু যজুস্—যজুর্ব্বেদ

ইত্যাদি উস্-ভাগান্ত ক্লীবলিঙ্গ শব্দৰ এনে ৰূপ।

## পুংলিঙ্গ হ্‌কাৰান্ত শব্দ—**মধুলিহ্‌** ( মৌমাখি )

| | **একবচন** | **দ্বিবচন** | **বহুবচন** |
|---|---|---|---|
| প্ৰথমা | মধুলিট্ ( ড্ ) | মধুলিহৌ | মধুলিহঃ |
| দ্বিতীয়া | মধুলিহম্ | মধুলিহৌ | মধুলিহঃ |
| তৃতীয়া | মধুলিহা | মধুলিড্‌ভ্যাম্ | মধুলিড্‌ভিঃ |
| চতুৰ্থী | মধুলিহে | মধুলিড্‌ভ্যাম্ | মধুলিড্‌ভ্যঃ |
| পঞ্চমী | মধুলিহঃ | মধুলিড্‌ভ্যাম্ | মধুলিড্‌ভ্যঃ |
| ষষ্ঠী | মধুলিহঃ | মধুলিহোঃ | মধুলিহাম্ |
| সপ্তমী | মধুলিহি | মধুলিহোঃ | মধুলিট্‌সু |
| সম্বো | মধুলিট্ ( ড্ ) | | |

**অভ্ৰংলিহ্‌** ( মেঘস্পৰ্শী ), **তুৰাসাহ্‌** ( ইন্দ্ৰ ) আদি প্ৰায়বোৰ পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ হ্‌কাৰান্ত শব্দৰ এনেকুৱা ৰূপ।

**প্ৰয়োগ ঃ—**

ধনীতকৈ বিদ্বান ডাঙৰ—ধনিনঃ ৱিদ্বান্ গৰীয়ান্।

ঘিউৰ দ্বাৰা জুই বাঢ়ে—হৱিষা কৃষ্ণৱৰ্ত্মা ৱৰ্ধতে।

মৌমাখিবিলাকে ফুলৰ মৌ পান কৰিছে—মধুলিহঃ সুমনসাং মধু পিৱন্তি।

**ইন্দ্ৰ ব্ৰহ্মাৰ থকা ঠাইলৈ গৈছিল—তুৰাষাট্ স্বয়ম্ভুৱঃ ধাম অগচ্ছৎ।**

**কৃষ্ণৰ চকু দুটা উজ্জ্বল—কৃষ্ণস্য চক্ষুষী উজ্জ্বলে।**

# বাচ্য পৰিবৰ্ত্তন

১। প্ৰথম ভাগত আলোচনা কৰা হৈছে যে ক্ৰিয়াৰ বাচ্য ঘাইকৈ তিনিটা—(ক) কৰ্ত্তৃবাচ্য, (খ) কৰ্মবাচ্য আৰু (গ) ভাববাচ্য।

২। কৰ্ত্তৃবাচ্যৰ বাক্য কৰ্ম বা ভাববাচ্যত, আৰু কৰ্ম বা ভাববাচ্যৰ বাক্য কৰ্ত্তৃবাচ্যত পৰিবৰ্ত্তন কৰি প্ৰকাশ কৰাকে বাচ্যান্তৰ কৰা বা বাচ্য পৰিবৰ্ত্তন কৰা বোলে। কৰ্ত্তৃবাচ্যত যদি ক্ৰিয়া সকৰ্মক হয়, বাচ্য পৰিবৰ্ত্তন কৰিলে কৰ্মবাচ্য হব, আৰু ক্ৰিয়া যদি অকৰ্মক হয়, বাচ্য পৰিবৰ্ত্তন কৰিলে ভাববাচ্য হব।

৩। কৰ্ম আৰু ভাববাচ্যত বিভক্তি যোগ হোৱাৰ আগতে লট, লোট্, লঙ্ আৰু বিধিলিঙ্ বিভক্তিত ধাতুৰ পাচত য-কাৰ ( য ) যোগ হয়।

### উদাহৰণ

| কৰ্ত্তৃবাচ্য | কৰ্মবাচ্য |
|---|---|
| অহং চন্দ্ৰং পশ্যামি | ময়া চন্দ্ৰঃ দৃশ্যতে। |
| স পুস্তকং পঠতু | তেন পুস্তকং পঠ্যতাম্। |
| সিংহঃ পশূন্ অহন্ | সিংহেন পশৱঃ অহন্যন্ত। |
| পুত্ৰঃ পিতৰং সেৱেত | পুত্ৰেণ পিতা সেৱ্যেত। |
| অহং ব্যাঘ্ৰং হনিষ্যামি | ময়া ব্যাঘ্ৰঃ হনিষ্যতে। |
| বালকঃ চন্দ্ৰং দদৰ্শ | বালকেন চন্দ্ৰঃ দদৃশে। |

| কর্ত্তৃবাচ্য | ভাববাচ্য |
|---|---|
| ত্বং ৰোদিষি | ত্বয়া ৰুদ্যতে। |
| বালকাঃ অপতন্ | বালকৈঃ অপত্যত। |
| বৃদ্ধৌ শয়াতাম্ | বৃদ্ধাভ্যাং শয্যতাম্। |
| শিশবঃ ক্রীড়ন্তু | শিশুভিঃ ক্রীড্যতাম্। |

**টোকা ঃ**—কর্ত্তৃবাচ্যৰ বাক্য কর্ম বা ভাববাচ্যলৈ ৰূপান্তৰ কৰোতে মন কৰিবলগীয়া কথা ঃ—(১) কর্ত্তাত তৃতীয়া বিভক্তি হয়, (২) কর্মত প্রথমা বিভক্তি হয় ; (৩) কর্মবাচ্যত কর্মৰ পুৰুষ আৰু বচন অনুসৰি ক্রিয়াৰো পুৰুষ আৰু বচন হয় ; (৪) ভাববাচ্যত সদায় প্রথম পুৰুষৰ একবচনান্ত ক্রিয়া হয় (৫) লট্ আদি চাৰি বিভক্তিত যকাৰ যোগ হয়।

৪। কর্ম বা ভাববাচ্যৰ বাক্যত অনেক সময়ত কর্ত্তাটো উহ্য থাকে ; কর্ত্তৃবাচ্যলৈ নিওঁতে তেনে বাক্যত কর্ত্তাটো অনুমান কৰি লব লাগে ; যেনে 'কর্মণঃ ফলং দৃশ্যতে' -এই বাক্যটো কর্ত্তৃবাচ্যত (জনাঃ) কর্মণঃ ফলং পশ্যন্তি, অথবা (বয়ং) কর্মণঃ ফলং পশ্যামঃ, এনেকুৱা হব।

৫। লট্ আদি চাৰি বিভক্তিত কর্ম আৰু ভাববাচ্যত ধাতুৰ পাচত যকাৰ যোগ কৰোতে ভালেমান ধাতুৰ আকৃতিৰ সলনি হয়। তেনে কেইটামান প্রসিদ্ধ ধাতুৰ লট্ বিভক্তিৰ প্রথম পুৰুষৰ একবচনৰ (কর্মবাচ্য আৰু ভাববাচ্য) ৰূপ তলত দিয়া হল ঃ—

দা (দিয়া)—দীয়তে
হৃ (কাঢ়ি লৈ যোৱা/কাঢ়ি নিয়া)—হ্রিয়তে
স্থা (থকা)—স্থীয়তে
স্মৃ (মনত ৰখা)—স্মর্য্যতে
পা (পি খোৱা)—পীয়তে
তৃ (পাৰ হোৱা)—তীর্য্যতে
পা (ৰক্ষা কৰা)—পায়তে
গৈ (গোৱা)—গীয়তে
ধা (ধাৰণ কৰা)—ধীয়তে
অস্ (হোৱা)—ভূয়তে

মা ( জোখা—মীয়তে
যা ( যোৱা )—যাযতে
জ্ঞা ( জনা )—জ্ঞাযতে
ই ( যোৱা )—ঈযতে
চি ( সংগ্ৰহ কৰা ) – চীযতে
জি ( জয় লাভ কৰা )—জীয়তে
নী ( নিযা )—নীযতে
শী ( শোৱা )—শয্যতে
ব্ৰু ( কোৱা )—উচ্যতে
শ্ৰু ( শুনা )—শ্ৰূযতে
ভূ ( হোৱা )—ভূযতে
কৃ ( কৰা )—ক্ৰিযতে
মৃ ( মৰা )—ম্ৰিযতে
গ্ৰহ্ ( লোৱা )—গৃহ্যতে
জন্ ( ওপজা )—জন্যতে, জায
প্ৰচ্ছ্ ( সোধা )—পৃচ্ছ্যতে
বন্ধ্ ( বন্ধা )—বধ্যতে
যজ্ ( যজ্ঞ কৰা )—ইজ্যতে
ব্যধ্—( বিন্ধা )—বিধ্যতে
শাস্ ( উপদেশ দিযা )—শিষ্য
বচ্ ( কোৱা )—উচ্যতে
বদ্ ( কোৱা )—উদ্যতে
বপ্ ( ৰোৱা )—উপ্যতে
বস্ ( বাস কৰা )—উষ্যতে
বহ্ ( বৈ নিযা )—উহ্যতে
স্বপ ( শোৱা )—সুপ্যতে

## অনুশীলন

১। অসমীযাত ভাঙনি কৰা :—

দেৱ, শ্ৰূযতাং মে বচনম। অগদঃ কিং ন পীযতে। তৃষ্ণযা জনাঃ অবত্যে নিযোজ্যন্তে। বিবাদে অগ্নিষ্যতে পত্ৰম্। স্বদেশে পূজ্যতে ৰাজা। তৃণৈ দস্তিনঃ বধ্যন্তে। চিৰাৎ দৃশ্যসে। স শনৈস্তেন হন্যতে। কিং তযা ক্ৰিযতে ধেন্বা নিঃসৰ্প ভৱনে সুপ্যতে সুখম্। গজস্তত্ৰ ন হন্যতে। ভৱদ্ভিৰত্ৰ স্থীযতাম্।

২। ওপৰৰ বাক্যবোৰ কৰ্তৃবাচ্যলৈ নিযা।

৩। সংস্কৃতত ভাঙনি কৰা ( কৰ্ম আৰু ভাববাচ্য প্ৰযোগ কৰিবা ) :—

It is not known to us We were laughing You should go to bed The eye of the fish was pierced by he arrow of Arjuna. The enemies will be slain by me. Let you read this book.

৪। শুদ্ধ কৰা :—

ৰামেণ ৰাৱণো হতৱান্। ময়া চন্দ্ৰং দৃশ্যতে। অহং পিত্ৰা এৱম্ উক্তম্। তৱ ৰচনানি অস্মাভিঃ শ্ৰুতৱন্তঃ। যুষ্মাভিঃ অত্ৰ তিষ্ঠতাম্।

---

# কৃৎ প্ৰকৰণ

## কৃত্যপ্ৰত্যয়

১। কৰ্ম আৰু ভাববাচ্যত ধাতুৰ পাচত তব্য, অনীয়, যৎ, ণ্যৎ, ক্যপ্ আদি প্ৰত্যয় হয়। এই প্ৰত্যয়বোৰক **কৃত্যপ্ৰত্যয়** বুলি জনা যায়। এই প্ৰত্যয়বোৰ যোগ হ'লে কিছুমান ধাতুৰ আকাৰৰ পৰিৱৰ্ত্তন হয়।

### কেইটামান তব্য আৰু অনীয় প্ৰত্যয়ান্ত শব্দ

| | তব্য | অনীয় | | তব্য | অনীয় |
|---|---|---|---|---|---|
| দা— | দাতব্য | দানীয় | কৃ— | কৰ্ত্তব্য | কৰণীয় |
| স্থা— | স্থাতব্য | স্থানীয় | স্মৃ— | স্মৰ্ত্তব্য | স্মৰণীয় |
| চি— | চেতব্য | চয়নীয় | কথ্— | কথয়িতব্য | কথনীয় |
| জি— | জেতব্য | জয়নীয় | গম্— | গন্তব্য | গমনীয় |
| নী— | নেতব্য | নয়নীয় | দৃশ্— | দ্ৰষ্টব্য | দৰ্শনীয় |
| শী— | শয়িতব্য | শয়নীয় | ভুজ্— | ভোক্তব্য | ভোজনীয় |
| শ্ৰু— | শ্ৰোতব্য | শ্ৰৱণীয় | ৰচ্ (ক্ৰ) | ৰক্তব্য | ৰচনীয় |
| ভূ— | ভৱিতব্য | ভৱনীয় | সেৱ্— | সেৱিতব্য | সেৱনীয় |

## কেইটামান ণ্যৎ প্ৰত্যয়ান্ত শব্দ

কৃ—কাৰ্য্য ; হৃ—হাৰ্য্য ; ধৃ—ধাৰ্য্য ; গ্ৰহ্—গ্ৰাহ্য ; ছিদ্—ছেদ্য ;
ত্যজ্—ত্যাজ্য , পঠ্—পাঠ্য ; বুধ—বোধ্য ; ভুজ্—ভোজ্য, ভোগ্য ;
মন্—মান্য ; যুজ্—যোজ্য, যোগ্য ; ৰহ্—ৰাহ্য।

## কেইটামান যৎ প্ৰত্যয়ান্ত শব্দ

জ্ঞা—জ্ঞেয ; দা—দেয ; পা—পেয ; মা—মেয ;
জি—জেয ; নী—নেয ; শ্ৰু—শ্ৰব্য ; ভূ—ভব্য ; গৈ—গেয ;
লভ্—লভ্য ; গম্—গম্য ; ৰম্—ৰম্য ; সহ্—সহ্য।

## কেইটামান ক্যপ্ প্ৰত্যয়ান্ত শব্দ

কৃ—কৃত্য ; ভৃ—ভৃত্য ; স্তু—স্তুত্য ; শাস্—শিষ্য।

**প্ৰয়োগ ঃ—**

### কৰ্মবাচ্য

মাতা অস্মাভিঃ পূজনীয়া—আমি আইক পূজা কৰা উচিত।
ৰোগিণা উষ্ণং জলং পেয়ম্—ৰোগীয়ে গৰম পানী খাব।
ত্বয়া দুৰ্জ্জনস্য সঙ্গঃ ত্যাজ্যঃ—তুমি দুষ্টৰ লগ এৰিবা।
সৰ্বৈঃ পৰোপকাৰঃ কৰ্ত্তব্যঃ—সকলোৱে লোকৰ উপকাৰ কৰিব লাগে।
ত্বয়া অলকা গন্তব্যা—তুমি অলকালৈ যাবা।
সৰস্বতী অস্মাভিঃ স্তুত্যা—সৰস্বতীক আমি স্তুতি কৰিব লাগে।

### ভাববাচ্য

যুষ্মাভিঃ ন ৰুদিতব্যম্—তোমালোকে নেকান্দিবা।
তেন অত্ৰ ক্ৰীড়নীয়ম্—তেওঁ ইয়াত খেলিব।

বৃদ্ধৈঃ অৰণ্যে বস্তব্যম্—বুঢ়া মানুহবিলাকে অৰণ্যত বাস কৰা উচিত।

টোকা ঃ–(১) কৃত্যপ্ৰত্যয়ান্ত শব্দবিলাক আদেশ, ঔচিত্য বা কেৱল ভৱিষ্যত কালৰ অৰ্থত ব্যৱহাৰ হয়।

(২) সকৰ্মক ধাতুৰ পাচত কৃত্যপ্ৰত্যয় যোগ হৈ হোৱা শব্দবিলাক কৰ্মবাচ্যত ব্যৱহাৰ হয় আৰু অকৰ্মক ধাতুৰ পাচত কৃত্যপ্ৰত্যয় যোগ হৈ হোৱা শব্দবিলাক ভাববাচ্যত ব্যৱহাৰ হয়।

(৩) কৰ্মবাচ্যত কৃত্যপ্ৰত্যয়ান্ত শব্দবোৰ কৰ্মৰ বিশেষণ হয় আৰু তাৰ লিঙ্গ আৰু বচন লয়। ভাববাচ্যত কৃত্যপ্ৰত্যয়ান্ত শব্দবোৰ অকাৰান্ত ক্লীবলিঙ্গ শব্দৰ প্ৰথমাৰ একবচনৰ ৰূপৰ দৰে হয়।

(৪) কৃত্যপ্ৰত্যয়ান্ত শব্দবিলাকৰ পুংলিঙ্গত দেৱ শব্দৰ দৰে, স্ত্ৰীলিঙ্গত লতা শব্দৰ দৰে আৰু ক্লীবলিঙ্গত ফল শব্দৰ দৰে ৰূপ হয়।

## অনুশীলন

১। অসমীয়ালৈ অনুবাদ কৰা :—

অতিলোভঃ ন কৰ্ত্তব্যঃ। কীৰ্ত্তনীয়ঃ সদা হৰিঃ। কন্যাপি লালনীয়া। মিথ্যা ন বক্তব্যম। বৃদ্ধস্য বচনং গ্ৰাহ্যম। স্মৰ্তব্যং পিতুৰাজ্ঞয়া। সেৱিতব্যো মহাবৃক্ষঃ। জীৰ্ণ বস্ত্ৰং পৰিত্যাজ্যম। প্ৰাপ্তব্যমৰ্থং লভতে মনুষ্যঃ। বলৱতা সহ বিগ্ৰহঃ ন কাৰ্য্যঃ। বহবো ন বিৰোদ্ধব্যাঃ। চিন্তনীয়া হি বিপদাম্ আদৌ এৱ প্ৰতিক্ৰিয়া।

২। সংস্কৃতত অনুবাদ কৰা :—

গুৰুসকলক পূজা কৰিব লাগে (পূজ্+যৎ)। তোমালোকে ভয় নকৰিবা (ভী+তব্য)। দুখীয়াক ধন দিয়া উচিত (দা+যৎ)। তুমি এই কিতাপখন পঢ়িবা (পঠ্+অনীয়)। তোমাৰ অৱস্থা শোচনীয় হৈছে। আমাৰ মাজত তুমি থাকিব নেলাগে (বস্+তব্য)।

Do not come here again. The goddess should be worshipped Friends should not be abandoned in danger One must not serve the mean. I am to be instructed (শিক্ষ by you

৩। শূন্য ঠাইবোৰ উপযুক্ত কৃত্যপ্ৰত্যযান্ত পদেৰে পূৰোৱা :—

ৱৰ্ষস্য——ৱচনং। গুণৱতে ৱৰায কন্যা——। ত্বযা ৱনে চতুৰ্দশ ৱৰ্ষাণি——। ৰাজ্ঞা প্ৰজাঃ——। ——সঞ্চযো নিত্যম্।

৪। অশুদ্ধি সংশোধন কৰা :—

ক্ৰোধঃ পৰিত্যাজ্যম্। বালকেন ন ৰুদিতব্যঃ। ৱাৰ্দ্ধক্যে সৰ্ৱে অৱশ্য ৱস্তৱ্যম্। ত্বম ইদং চিত্ৰং দৰ্শনীযঃ।

## শতৃ আৰু শানচ্ প্ৰত্যয়

### কেইটামান শতৃ প্ৰত্যয়ান্ত শব্দ

| | পুং—ক্লী | স্ত্ৰী | | পুং—ক্লী | স্ত্ৰী |
|---|---|---|---|---|---|
| ভ্বাদি | ভূ—ভৱৎ | ভৱন্তী | অদাদি | হন্—ঘ্নৎ | ঘ্নতী |
| | স্থা—তিষ্ঠৎ | তিষ্ঠন্তী | স্বাদি | শ্ৰু—শৃণ্বৎ | শৃণ্বতী |
| | গৈ—গাযৎ | গাযন্তী | | আপ্—আপ্নুৱৎ | আপ্নুৱতী |
| | স্মৃ—স্মৰৎ | স্মৰন্তী | ক্ৰ্যাদি | জ্ঞা - জানৎ | জানতী |
| দিৱাদি | নৃৎ—নৃত্যৎ | নৃত্যন্তী | | গ্ৰহ্—গৃহ্নৎ | গৃহ্নতী |
| | নশ্—নশ্যৎ | নশ্যন্তী | তনাদি | কৃ—কুৰ্ৱৎ | কুৰ্ৱতী |
| চুৰাদি | কথ্ - কথযৎ | কথযন্তী | | তন্—তন্বৎ | তন্বতী |
| | চিন্ত্—চিন্তযৎ | চিন্তযন্তী | ৰুধাদি | ছিদ্—ছিন্দৎ | ছিন্দতী |
| তুদাদি | ইষ্—ইচ্ছৎ | ইচ্ছতী, ইচ্ছন্তী | | ভিদ্—ভিন্দৎ | ভিন্দতী |
| | স্পৃশ্—স্পৃশৎ | স্পৃশতী, স্পৃশন্তী | হ্বাদি | হা—জহৎ | জহতী |
| অদাদি | যা—যাৎ | যাতী, যান্তী | | ভী—বিভ্যৎ | বিভ্যতী |
| | অস্—সৎ | সতী | | | |

**টোকা**ঃ—(১) ধাতুৰ পাচত শতৃ ( অৎ ) প্ৰত্যয় যোগ কৰোতে তাৰ লট্ 'অন্তি'ত কি ৰূপ হয় তালৈ মন কৰিব লাগে। অন্তি যোগ হোৱাৰ আগতে ধাতুটোৰ যি ৰূপ হয়, অৎ যোগ হোৱাৰ আগতেও সেই ৰূপ হব। **জ্ঞা-অন্তি** —জান্-অন্তি, জানন্তি ; জান্-অৎ—জানৎ।

(২) স্ত্ৰীলিঙ্গত শতৃ প্ৰত্যয়ান্ত শব্দবোৰ ঈকাৰান্ত হয়। ভ্বাদি, দিৱাদি, চুৰাদি আৰু ণিজন্ত ধাতুৰ ক্ষেত্ৰত **ঈ** যোগ হোৱাৰ আগতে 'অৎ'অৰ ত্ৰ আগত ন্ যোগ হয়। তুদাদি আৰু আকাৰান্ত অদাদিগণীয় ধাতুৰ পাচত এই ন্ বিকল্পে হয়।

## কেইটামান শানচ্ প্ৰত্যয়ান্ত শব্দ

| | | | | | |
|---|---|---|---|---|---|
| **ভ্বাদি** | লভ্ | লভমান | **ক্ৰ্যাদি** | গ্ৰহ | গৃহ্লান |
| | ভায্ | ভাযমান | **তনাদি** | কৃ | কুৰ্বাণ |
| **দিৱাদি** | জন্ | জাযমান | **ৰুধাদি** | ভুজ | ভুঞ্জান |
| | ৱিদ্ | ৱিদ্যমান | | ৰুধ্ | ৰুন্ধান |
| **চুৰাদি** | অৰ্থ্ | অৰ্থয়মান | **অদাদি** | শী | শযান |
| | মন্ত্ৰ্ | মন্ত্ৰযমাণ | | আস | আসীন |
| **তুদাদি** | মৃ | ম্ৰিয়মাণ | | অধি-ই | অধীয়ান |
| | লসজ্ | লজ্জমান | **হ্বাদি** | ধা | দধান |
| **স্বাদি** | চি | চিন্বান | | ভৃ | বিভ্ৰাণ |

**টোকা**ঃ—(১) ভ্বাদি, দিৱাদি, চুৰাদি, তুদাদি—এই চাৰি গণত শানচ্ৰ 'আন'ৰ ঠাইত 'মান' হয়।

(২) শানচ্ প্ৰত্যয় যোগ কৰোতে ধাতুটোৰ লট্ 'আতে' বিভক্তিত কি ৰূপ হয় তালৈ লক্ষ্য কৰিব লাগে। 'আতে'ৰ ঠাইত 'আন' বা 'মান' যোগ কৰিলেই শানচ্ যোগ কৰা হয়।

(৩) শানচ্ প্ৰত্যয়ান্ত শব্দবোৰ স্ত্ৰীলিঙ্গত আকাৰান্ত হয়।

কৰ্মবাচ্যত সকলো ধাতুৰ পাচত **শানচ্** হয় আৰু **শানচ্**ৰ ঠাইত কেৱল মান যোগ হয়। যেনে—গম্—গম্যমান; জ্ঞা—জ্ঞায়মান; হন্—হন্যমান ইত্যাদি।

**প্ৰয়োগ :—**

হসন্ অপি নৃপঃ হন্তি—ৰজাই হাঁহি হাঁহি মাৰে।

শয়ানং বালকং পশ্য—শুই থকা ল'ৰাটোলৈ চোৱা।

বালা ৰুদতী ভাষতে—ছোৱালীজনীযে কান্দি কান্দি কৈছে।

পিতৰং সেৱমানং পুত্ৰং সৰ্ব্বে প্ৰশংসন্তি—পিতাকক শুশ্ৰূষা কৰা পুত্ৰক আটায়ে প্ৰশংসা কৰে।

হংসাভ্যাং নীযমানঃ কুৰ্মঃ অদৰৎ—হাঁহ দুটাই লৈ যোৱা কাছটোৱে কলে।

আসীনঃ কিং ৱিষীদসি—বহি বহি কিয় দুখ কৰিছা?

টোকা :—(১) শতৃ আৰু শানচ্ প্ৰত্যয়ান্ত শব্দবোৰ বিশেষণ হয় আৰু বিশেষ্যৰ বিভক্তি, বচন আৰু লিঙ্গ হয়।

(২) দুটা ক্ৰিয়া একে সময়তে হোৱা বুজালে তাৰে যিটো গৌণভাৱে ব্যৱহাৰ কৰা হয় সেই ক্ৰিয়াবাচক ধাতুৰ পাচত শতৃ বা শানচ্ প্ৰত্যয় হয়।

(৩) অসমীয়াৰ কৰি থকা, শুই থকা, কৰোঁতে, খাওঁতে, হাঁহি হাঁহি, নাচি নাচি, ইত্যাদি ক্ৰিয়া সংস্কৃতত সেই সেই ধাতুৰ পাচত শতৃ বা শানচ্ প্ৰত্যয় যোগ কৰি প্ৰকাশ কৰিব পাৰি

## অনুশীলনী

১। অসমীয়ালৈ অনুবাদ কৰা :—

গচ্ছতা কালেন তযোঃ সন্ততিৰজাযত। ত্বাং সংস্মৰন্নেৱ গতঃ পিতা তে। শযানাঃ ভুঞ্জতে যৱনাঃ। (তং) ৱিষীদন্তমিদং ৱাক্যমুৱাচ মধুসূদনঃ। জীৱন্

পুনঃ প্ৰজ্ঞাঃ পাসি। উপায়ং চিন্তয়ন প্ৰাজ্ঞস্তু অপায়মপি চিন্তয়েৎ গচ্ছন্ স ৰাৱীণি অকিৰৎ পয়োধেঃ।

২। শুদ্ধ কৰা :—

বালিকা হসন্তী [illegible]। পথিকঃ ব্যাঘ্ৰাৎ বিভ্যান্ পলায়তে [illegible] শবদঃ [illegible] পশ্যমানঃ গচ্ছতি। বহু দিনং [illegible] আস্থ।

৩। সংস্কৃত অনুবাদ কৰা :—

তিৰোতাসকলে গীত গাই গাই [illegible]। মই [illegible] পালোঁ। [illegible]-জনে [illegible] লিখিছিল। [illegible] কঁপি কঁপি কলে। সুন্দৰ গীত গাই থকা [illegible] চোৱা। [illegible] এই কাপোৰখন দিয়া। [illegible] কথা [illegible]ছিল।

He can write without looking He fell down from a running horse Not knowing I said so The dying man spoke these words While singing she was dancing also

## ক্ত আৰু ক্তৱতু প্ৰত্যয়

**ক্ত** আৰু **ক্তৱতু**—এই প্ৰত্যয় দুটাৰ সাধাৰণ প্ৰয়োগ সম্বন্ধে প্ৰথম ভাগতে আলোচনা কৰা হৈছে। ইয়াত অলপ বহল আলোচনা কৰা হ'ল। এই প্ৰত্যয় দুটাক **নিষ্ঠা** প্ৰত্যয়ো বোলে।

### কিছুমান প্ৰসিদ্ধ ক্ত-প্ৰত্যয়ান্ত শব্দ

আপ্ (পোৱা)—আপ্ত
অধি-ই (পঢ়া)—অধীত
ইষ্ (ইচ্ছা কৰা)—ইষ্ট
জ্ঞা (জনা)—জ্ঞাত
তৃ (পাৰ হোৱা)—তীৰ্ণ
ত্যজ্ (ত্যাগ কৰা)—ত্যক্ত

কথ্ ( কোৱা )—কথিত
গৈ ( গোৱা ) –গীত
গ্ৰহ্ ( লোৱা )—গৃহীত
ছিদ্ ( কটা )—ছিন্ন
জন্ ( ওপজা )—জাত
নশ্ ( নষ্ট হোৱা )—নষ্ট
নী ( নিযা )—নীত
পা ( পি খোৱা )—পীত
পঠ্ ( পঢ়া )—পঠিত
প্ৰচ্ছ্ ( সোধা )—পৃষ্ট
বন্ধ্ ( বান্ধা )—বদ্ধ
ভন্জ্ ( ভঙা )—ভগ্ন
ভুজ্ ( খোৱা )—ভুক্ত
ভূ ( হোৱা )—ভূত
মন্ ( চিন্তা কৰা )—মত
যুজ্ ( যোগ কৰা )—যুক্ত
ৰুধ্ ( বন্ধ কৰা )—ৰুদ্ধ

দহ্ ( পোৰা )—দগ্ধ
দা ( দিযা )—দত্ত
দৃশ্ ( চোৱা )—দৃষ্ট
ধা ( ধাৰণ কৰা )—হিত
নম্ ( প্ৰণাম কৰা )—নত
লভ্ ( পোৱা ) লব্ধ
ৱদ্ ( কোৱা )—উদিত
ৱস্ ( থকা )—উষিত
ৱিদ ( জনা )—ৱিদিত
ৱিশ্ ( প্ৰৱেশ কৰা )—ৱিষ্ট
ৱৃধ্ ( বঢ়া )—ৱৃদ্ধ
শাস্ ( শিকোৱা )—শিষ্ট
শ্ৰু ( শুনা ) –শ্ৰুত
সৃজ্ ( সৃষ্টি কৰা )—সৃষ্ট
স্বপ্ ( শোৱা )—সুপ্ত
হা ( ত্যাগ কৰা )—হীন
হৃ ( লৈ যোৱা )—হৃত

**ওপৰৰ ক্ত-প্ৰত্যয়ান্ত শব্দবোৰৰ পাচত ‘ৱৎ, যোগ কৰিলে ক্তৱতু-প্ৰত্যয়ান্ত হব।**

**প্ৰয়োগ ঃ—**

**ক্তৱতু** ( কৰ্তৃবাচ্য )

**মাতা পুত্ৰং পৃষ্টৱতী—মাকে পুতেকক সুধিছিল।**
**মিত্ৰং মাং কথিতৱৎ—বন্ধুৱে মোক কৈছিল।**
**বালকাঃ চন্দ্ৰং দৃষ্টৱন্তঃ—লৰাহঁতে জোনটো চাইছিল।**

টোকা :—(১) ক্তৱতু প্ৰত্যযান্ত শব্দবোৰ কৰ্ত্তাৰ বিশেষণ হয় আৰু সেই কাৰণে কৰ্ত্তাৰ যি লিঙ্গ, বচন আৰু বিভক্তি তাৰো সেই লিঙ্গ, বচন আৰু বিভক্তি হয়। (২) ক্তৱতু প্ৰত্যযান্ত শব্দবোৰ সমাপিকা ক্ৰিয়াৰ দৰে ব্যৱহাৰ হয়। (৩) ক্তৱতু প্ৰত্যযান্ত শব্দবোৰ স্ত্ৰীলিঙ্গত ঈকাৰান্ত শব্দৰ দৰে ব্যৱহাৰ হয়

ক্ত ( কৰ্মবাচ্য )

ময়া পুস্তকং পঠিতম্—মই কিতাপখন পঢ়িছিলোঁ।

ৰাৱণেন সীতা হৃতা—ৰাৱণে সীতাকে হৰণ কৰিছিল।

মাত্ৰা পুত্ৰাঃ পৃষ্টাঃ—মাকে পুতেকহঁতক সুধিছিল।

ক্ত ( ভাববাচ্য )

শিশুনা সুপ্তম্—কেচুৱাটোৱে শুইছিল।

ৱিহগৈঃ উৎপতিতম্—চৰাইবোৰে উৰিছিল।

অস্মাভিঃ অত্ৰ স্থিতম্—আমি ইয়াত আছিলোঁ।

বালিকয়া গীতম্—ছোৱালীজনীয়ে গীত গাইছে।

টোকা :—(১) কৰ্মবাচ্যত ক্ত-প্ৰত্যয়ান্ত শব্দবোৰ কৰ্মৰ বিশেষণ হয় আৰু তাৰ লিঙ্গ, বচন আৰু বিভক্তি লয়। (২) ভাববাচ্যত ক্ত-প্ৰত্যয়ান্ত শব্দবোৰ সদায় অকাৰান্ত ক্লীৱলিঙ্গ শব্দৰ দৰে ব্যৱহাৰ হয়; আৰু কেৱল প্ৰথমাৰ একবচনত হে ৰূপ হয়।

## কৰ্তৃবাচ্যত 'ক্ত'ৰ প্ৰয়োগ

বালকঃ সুপ্তঃ—লৰাটোৱে শুলে।

মম মাতা মৃতা—মোৰ আই মৰিল।

ৰামঃ ৱনং গতঃ—ৰাম বনলৈ গৈছিল।

ৰাজা প্ৰাসাদম্ আৰূঢ়ঃ—ৰজাই অট্টালিকাত উঠিছিল।

লতা ৱৃক্ষম্ আশ্লিষ্টা—লতাই গছক আঁকোৱালি ধৰিছে।

ৱৃদ্ধঃ গৃহমধিষ্ঠিতঃ—বুঢাজন ঘৰত আছিল।

**টোকা ঃ**—(১) যদিও সাধাৰণতে কৰ্ম্মবাচ্যতহে ক্ত হয়, অকৰ্মক ধাতু আৰু গমনাৰ্থক ধাতুৰ পাচত কৰ্ত্তৃবাচ্যতো ক্ত হয়। (২) উপসৰ্গৰ যোগত সকৰ্মক হলেও ৰুহ্, স্থা, শ্লিষ্ আদি ধাতুৰ পাচতো কৰ্ত্তৃবাচ্যত ক্ত হয়। (৩) কৰ্ত্তৃবাচ্যত প্ৰযুক্ত ক্ত-প্ৰত্যয়ান্ত শব্দ সমাপিকা ক্ৰিয়াৰ দৰে ব্যৱহাৰ হয় আৰু কৰ্ত্তাৰ বিশেষণ হয়।

## বৰ্ত্তমান কালত 'ক্ত'ৰ প্ৰয়োগ

লোকাপবাদঃ বলৱান্ মতো মে—মই লোকাপবাদ শক্তিশালী বুলি ভাবো।

ৰামঃ প্ৰজানাং পূজিতঃ—ৰামক প্ৰজাসকলে পূজা কৰে।

এষা কথা সৰ্ৱেষাং ৱিদিতা—এই কথা সকলোৱে জানে।

**টোকা ঃ**—ভবা, ইচ্ছা কৰা, জনা, পূজা কৰা—এনেকুৱা অৰ্থ বুজোৱা ধাতুৰ পাচত বৰ্ত্তমান কালত ক্ত প্ৰত্যয় হয়।

ক্তৱতু-প্ৰত্যয়ান্ত পদ থকা বাক্যবোৰ কৰ্মবাচ্যলৈ নিব লাগিলে 'ক্তৱতু'ৰ ঠাইত ক্ত প্ৰত্যয় হব; আৰু সেইদৰে কৰ্মবাচ্য ব ভাববাচ্যত ব্যৱহাৰ হোৱা ক্ত-প্ৰত্যয়ান্ত পদবোৰ কৰ্ত্তৃবাচ্যত ক্তৱতু-প্ৰত্যয়ান্ত হব।

## কৰ্ত্তৃবাচ্যৰপৰা কৰ্মবাচ্যলৈ

| কৰ্ত্তৃবাচ্য | কৰ্মবাচ্য |
|---|---|
| ৱয়ং জলং পীতৱন্তঃ | অস্মাভিঃ জলং পীতম্। |
| হনুমান্ দৃষ্টৱান্ সীতাম্ | হনুমতা দৃষ্টা সীতা। |
| তিস্ৰঃ বালিকাঃ বহূনি পুষ্পাণি চিতৱত্যঃ | তিসৃভিঃ বালিকাভিঃ বহূনি পুষ্পাণি চিতানি। |

## কৰ্মবাচ্যৰপৰা কৰ্তৃবাচ্যলৈ

| কৰ্মবাচ্য | কৰ্তৃবাচ্য |
|---|---|
| ৱানৰেণ হতো ৰাজা | ৱানৰঃ হতৱান্ ৰাজানম্। |
| ৱিপ্ৰাঃ চৌৰেণ ৰক্ষিতাঃ | ৱিপ্ৰান চৌৰঃ ৰক্ষিতৱান্। |

## ভাববাচ্যৰপৰা কৰ্তৃৱাচ্যলৈ

| ভাববাচ্য | কৰ্তৃবাচ্য |
|---|---|
| বালকৈঃ হসিতম্ | বালকাঃ হসিতৱন্তঃ। |
| বালিকাভিঃ ৰুদিতম্ | বালিকাঃ ৰুদিতৱত্যঃ। |

### অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

ৰাম আৰু সীতা বনলৈ গৈছিল (গতৱৎ)। ইন্দ্ৰই বৃত্ৰক বধ কৰিছিল (হতৱৎ)। কোনে এই বিশ্ব সৰ্জিলে (সৃষ্ট)? তেওঁৰ মোৰ নহয়। লক্ষ্মী আৰু পাৰিজাত সাগৰৰ তলৰপৰা ওলাইছিল (উত্থিত)। মই কাৰো একো অপকাৰ কৰা নাই (অপকৃত)। বালি ৰামৰ দ্বাৰা নিহত হৈছিল। বিধাতাই এই বিশ্ব সৃষ্টি কৰিছে।

The two boys were drinking water. All the Vedas were studied by them The fruits were purchased by them My friend was sleeping I read the Gita. This fact is known to all.

২। অসমীয়ালৈ অনুবাদ কৰা :—

হতো ৱা প্ৰাপ্স্যসি স্বৰ্গম্। অসৌ ময়া হতঃ শত্ৰুঃ। ত্বং কৰ্ম কৃতৱান্ এতৎ। জাতস্য হি ধ্ৰুৱো মৃত্যুঃ। ৰামং মে অনুগতা দৃষ্টিঃ। মম প্ৰিয়া সা ক গতা হৃতা ৱা। হৃতা মৃতা ৱা বৈদেহী ভক্ষিতা ৱা তপস্বিনী।

৩। প্ৰথম প্ৰশ্নৰ বাক্যবোৰ সংস্কৃতত অনুবাদ কৰি বাচ্যান্তৰ কৰি দেখুওৱা।

৪। তলত দিয়া পদবোৰ বাক্যত প্ৰয়োগ কৰা :—

স্নুপ্তৌ ; উক্তম্ , ত্যক্তৱতী ; দৃষ্টৌ ; জ্ঞাতঃ , শ্ৰুতৱন্তৌ।

# তুমুন্, ক্ত্বাচ্, ল্যপ্

এই প্ৰত্যয় তিনিটাৰ সাধাৰণ জ্ঞান প্ৰথম ভাগতে দিয়া হৈছে। ইয়াত আকৌ কিছুমান অধিক উদাহৰণ আৰু প্ৰয়োগ দেখুওৱা হল।

### কিছুমান তুমুন্ আৰু ক্ত্বাচ্-প্ৰত্যয়ান্ত শব্দ

| | তুমুন্ | ক্ত্বাচ্ | | তুমুন্ | ক্ত্বাচ্ |
|---|---|---|---|---|---|
| অস্ ( থকা )— | ভৱিতুম্ | ভূত্বা | ভুজ্ ( খোৱা )— পালন কৰা ) | ভোক্তুম্ | ভুক্ত্বা |
| আপ্ ( পোৱা )— | আপ্তুম্ | আপ্ত্বা | ভূ ( হোৱা )— | ভৱিতুম্ | ভূত্বা |
| ই ( যোৱা ) | এতুম্ | ইত্বা | লভ্ ( পোৱা )— | লব্ধুম্ | লব্ধ্বা। |
| ছিদ্ ( কটা )— | ছেত্তুম্ | ছিত্বা | ৱস্ ( বাস কৰা )— | ৱস্তুম্ | উষিত্বা |
| জি (জয়লাভ কৰা)— | জেতুম | জিত্বা | ৱহ্ ( বৈ নিয়া )— | ৱোঢুম্ | ঊঢ়্বা |
| ত্যজ্ (ত্যাগ কৰা)— | ত্যক্তুম্ | ত্যক্ত্বা | ৱিদ্ ( জনা )— | ৱেদিতুম্ | ৱিদিত্বা |
| তৄ ( পাৰ হোৱা)— | তৰ্ত্তুম্ | তীৰ্ত্বা | শী ( শোৱা )— | শয়িতুম্ | শয়িত্বা |
| দা ( দিয়া )— | দাতুম্ | দত্বা | স্থা ( থকা )— | স্থাতুম্ | স্থিত্বা |
| দৃশ্ ( দেখা )— | দ্ৰষ্টুম্ | দৃষ্ট্বা | স্পৃশ্ (স্পৰ্শ কৰা)— | স্পৰ্ষ্টুম্ স্প্ৰষ্টুম্ | স্পৃষ্ট্বা। |
| দহ্ ( পোৰা)— | দগ্ধুম্ | দগ্ধ্বা | স্বপ্ ( শোৱা )— | স্বপিতুম্ | সুপ্ত্বা |
| ধৃ ( ধাৰণ কৰা )— | ধৰ্তুম্ | ধৃত্বা | হন্ ( মাৰা )— | হন্তুম্ | হত্বা |
| প্ৰচ্ছ্ ( সোধা )— | প্ৰষ্টুম | পৃষ্ট্বা | হা ( ত্যাগ কৰা )— | হাতুম্ | হিত্বা |
| ব্ৰূ (ৱচ্) (কোৱা)— | ৱক্তুম্ | উক্ত্বা | হৃ ( লৈ যোৱা )— | হৰ্ত্তুম্ | হৃত্বা |

## কিছুমান ল্যপ্-প্ৰত্যয়ান্ত শব্দ

আপ্, প্ৰ আপ্—প্ৰাপ্য (লাভ কৰি)
সম-আপ্—সমাপ্য (শেষ কৰি)
ই, অধি-ই—অধীত্য (পঢ়ি)
ঈক্ষ্, পৰি-ঈক্ষ্—পৰীক্ষ্য (পৰীক্ষা কৰি)
কৃ, উপ-কৃ—উপকৃত্য (উপকাৰ কৰি)
স্বী-কৃ—স্বীকৃত্য (স্বীকাৰ কৰি)
ক্ৰী, বি-ক্ৰী—বিক্ৰীয় (বেচি)
গম্, আ-গম্—আগম্য, আগত্য (আহি)
উপ-গম—উপগম্য, উপগত্য (ওচৰলৈ গৈ)
গ্ৰহ্, অনু-গ্ৰহ্—অনুগৃহ্য (অনুগ্ৰহ কৰি)
সম্-গ্ৰহ্—সংগৃহ্য (সংগ্ৰহ কৰি)
চি, নিঃ-চি—নিশ্চিত্য (স্থিৰ কৰি)
চিন্ত্, বি-চিন্ত্—বিচিন্ত্য (ভাবি)
জি, বি-জি—বিজিত্য (জয় কৰি)
পৰা-জি—পৰাজিত্য (পৰাজয় কৰি)
জ্ঞা, প্ৰতি-জ্ঞা—প্ৰতিজ্ঞায় (প্ৰতিজ্ঞা কৰি)
ত্যজ্, পৰি-ত্যজ্—পৰিত্যজ্য (এৰি)
দা, আ-দা—আদায় (লৈ)
ধা, অভি-ধা—অভিধায় (কৈ)
পৰি-ধা—পৰিধায় (পিন্ধি)
নি-ধা—নিধায় (থৈ)

নম্, প্ৰ-নম্—প্ৰণম্য, প্ৰণত্য (প্ৰণাম কৰি)
পত্, প্ৰ-নি-পত্—প্ৰণিপত্য (নমস্কাৰ কৰি)
প্ৰচ্ছ্, আ প্ৰচ্ছ্—আপৃচ্ছ (বিদায় লৈ)
বুধ্, প্ৰ-বুধ্য—প্ৰবুধ্য (সাৰ পাই)
ভূ, অনু-ভূ—অনুভূয় (অনুভৱ কৰি)
মুচ, প্ৰ-মুচ্—প্ৰমুচ্য (মুকলি কৰি)
লপ্, বি-লপ্—বিলপ্য (লুপ্ত কৰি)
বিশ্, প্ৰ বিশ্—প্ৰবিশ্য (সোমাই)
উপ-বিশ্—উপবিশ্য (বহি)
বস্, প্ৰ-বস্—প্ৰোষ্য (প্ৰবাসত থাকি)
শন্স, প্ৰ-শন্স—প্ৰশস্য (প্ৰশংসা কৰি)
শ্বস্, বি-শ্বস—বিশ্বস্য (বিশ্বাস কৰি)
নি-শ্বস—নিশ্বস্য (নিশাহ পেলাই)
শ্ৰু, প্ৰতি-শ্ৰু—প্ৰতিশ্ৰুত্য (প্ৰতিশ্ৰুতি দি)
সৃ, উপ-সৃ—উপসৃত্য (ওচৰ চাপি)
সৃজ্, বি-সৃজ্—বিসৃজ্য (ত্যাগ কৰি)
স্মৃ, বি-স্মৃ—বিস্মৃত্য (পাহৰি)
স্থা, উৎ-স্থা—উত্থায় (উঠি)
হন্, আ-হন্—আহত্য (আঘাত কৰি)
নি-হন্—নিহত্য (মাৰি)
হস্, বি-হস্—বিহস্য (হাঁহি)
উপ-হস—উপহস্য (ঠাট্টা কৰি)

**নী,** আ-নী—আনীয় ( আনি )          **হা,** ৱি-হা—ৱিহায় (পৰিত্যাগ কৰি)

অনু-নী—অনুনীয় ( অনুৰোধ কৰি ) **হ্বে,** আ-হ্বে—আহূয় ( মাতি )

**টোকা ঃ**—তুমন্, ক্ত্বাচ্ আৰু ল্যপ্ প্ৰত্যয়ান্ত শব্দবোৰ অব্যয়ৰ দৰে ব্যৱহাৰ হয ; সেই কাৰণে এই প্ৰত্যয় কেইটাক **অব্যয় কৃৎ**ও বোলে।

**প্ৰয়োগ ঃ**—

ৰঘুঃ পাৰসীকান্ জেতুং প্ৰতস্থে—ৰঘুৱে পাৰস্যবাসীসকলক জয় কৰিবলৈ যাত্ৰা কৰিলে।

ন শক্নোমি গন্তুং ন চ স্থাতুম্—যাবও নোৱাৰো, থাকিবও নোৱাৰো।

ন যুক্তমনয়োস্তত্ৰ গন্তুম্—এওঁলোক দুজন তালৈ যোৱা উচিত নহয়।

পিতৰং প্ৰণম্য ৰাম আহ—পিতাকক নমস্কাৰ কৰি ৰামে কলে।

জীৰ্ণং ৱস্ত্ৰং পৰিত্যজ্য নৱং ৱস্ত্ৰং গৃহাণ—পুৰণি এৰি নতুন কাপোৰ লোৱা।

এতৎ শ্ৰুত্বা তে পলায়িতাঃ—এই কথা শুনি সিহঁত পলাল।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

পুতেকৰ মুখলৈ চাই মাকে কলে। তেওঁ খাই উঠি খাবলৈ ইচ্ছা কৰিছে। মই এতিয়া যাব নোৱাৰোঁ। উমাই শিৱক পতি পাবলৈ ইচ্ছা কৰিছিল। পিতাকে পুতেকহঁতক মাতি আনি সুধিলে। এতিয়া ভাত খাবৰ সময় হৈছে। অনুগ্ৰহ কৰি মোৰ কথা শুনক। ইয়াকে স্থিৰ কৰি সিহঁত তিনিও এখন গাবঁলৈ গল।

২। অসমীয়ালৈ ভাঙা :—

শোকং বিসৃজ্যাস্থ ধৃতিং ভজস্ব। সহস্রগুণমুৎস্রষ্টুমাদত্তে হি ৰসং ৰবিঃ। স্বজনং হি কথং হত্বা সুখিনঃ স্যাম মাধৱ। শাস্ত্রাণ্যধীত্যাপি ভৱন্তি মূৰ্খাঃ। শাৰন্তং ৰিপুং দৃষ্ট্বা সৰ্বস্বমপি বুদ্ধিমান্ দত্ত্বা হি ৰক্ষযেৎ প্ৰাণান। নাহসি মে প্ৰণযং ৰিহন্তুম্। ন সংশয়ম্ অনাৰুহ্য নৰো ভদ্ৰাণি পশ্যতি। নীচঃ শ্লাঘ্যপদং প্ৰাপ্য স্বামিনং হন্তুমিচ্ছতি। বেদং নিত্যং কুৰু পৌৰুষম

৩। শূন্য ঠাইবোৰ পূৰণ কৰা :—

পথিকঃ জলং      ইচ্ছতি। পান্থং পঙ্কে পতিতং      ব্যাঘ্রঃ অৱদৎ। স গঙ্গায়াং      শিৱং পূজয়তি। ৰাজা শত্ৰুম      ৰাজ্যং ভুংক্তে। অযং ন      কালঃ।

৪। শুদ্ধ কৰা :—

বালিকা জলমানযিতুং যাতি। স ব্যাকৰণমধীত্বা বেদং পঠতি। শয্যায়াং স্বপিত্বা কিং কৰোষি। ৰাজা শত্ৰুং পৰাজযিত্বা ৰাজ্যং ভুংক্তে।

## ক্তিন্

ভাববাচ্যত ধাতুৰ পাচত **ক্তিন্** প্ৰত্যয হয। ক্তিন'ৰ 'তি' যোগ হয়। যেনে—

| | | | |
|---|---|---|---|
| খ্যা—খ্যাতি | ধৃ—ধৃতি | ভজ্—ভক্তি | স্বপ্—সুপ্তি |
| স্থা—স্থিতি | কৃ—কৃতি | যুজ্—যুক্তি | গম্—গতি |
| হা—হানি | স্মৃ—স্মৃতি | সৃজ্—সৃষ্টি | ভ্ৰম্—ভ্ৰান্তি |
| নী—নীতি | গৈ—গীতি | বুধ্—বুদ্ধি | দৃশ্—দৃষ্টি |
| শ্ৰু—শ্ৰুতি | শক্—শক্তি | সিধ্—সিদ্ধি | শম্—শান্তি |
| স্তু—স্তুতি | মুচ্—মুক্তি | মন্—মতি | বৃষ্—বৃষ্টি |

**টোকা** :—ক্তিন্-প্ৰত্যয়ান্ত শব্দবোৰ সদায় স্ত্ৰীলিঙ্গ।

## তৃচ্ (তৃ)

কৰ্ত্তৃবাচ্যত ধাতুৰ পাচত তৃচ্ প্ৰত্যয় হয়; তৃচ্'ৰ তৃ যোগ হয়। যেনে—

দা—দাতৃ (দান কৰোঁতা) সৃ—সৰিতৃ—(সূৰ্য্য) জনি—জনয়িতৃ (জন্মদাতা)
নী—নেতৃ (নায়ক) কৃ—কৰ্ত্তৃ (কৰোতা) হন্—হন্তৃ (মাৰোঁতা)
শ্ৰু—শ্ৰোতৃ (শুনোঁতা) ভৃ—ভৰ্ত্তৃ (স্বামী) গম্—গন্তৃ (যাওঁতা)

**টোকা ঃ**—তৃচ্ প্ৰত্যয়ান্ত শব্দবোৰ স্ত্ৰীলিঙ্গত ঈকাৰান্ত হয় আৰু তেতিয়া ঋকাৰৰ ঠাইত ৰকাৰ হয়; যেনে—দাত্ৰী, নেত্ৰী ইত্যাদি।

## ণিনি (ইন্)

কৰ্ত্তৃবাচ্যত ধাতুৰ পাচত ণিনি প্ৰত্যয় হয়; 'ণিনি'ৰ ইন্ যোগ হয়। যেনে—

অৰ্থ্—অৰ্থিন্ (ভিখাৰী) স্থা—স্থায়িন্ (যুগমীয়া) প্ৰ-বস্—প্ৰবাসিন্ (বিদেশত থকা)
মন্ত্ৰ্—মন্ত্ৰিন্ (মন্ত্ৰী) ভূ—ভাবিন্ (হব লগা) অধি-কৃ—অধিকাৰিন্ (গৰাকী)

**টোকা ঃ**—স্ত্ৰীলিঙ্গত ণিনি-প্ৰত্যয়ান্ত শব্দবোৰ ঈকাৰান্ত হয়।

## ল্যুট্ (অন)

ভাববাচ্যত ধাতুৰ পাচত ল্যুট্ প্ৰত্যয় হয়; ল্যুট্‌ৰ ঠাইত 'অন' যোগ হয়; কোনোৱে ইয়াক অনট্ প্ৰত্যয়ো বোলে। যেনে—

| | | | |
|---|---|---|---|
| দা—দান | শী—শয়ন | স্মৃ—স্মৰণ | পত্—পতন |
| পা—পান | শ্ৰু—শ্ৰৱণ | গৈ—গান | ৰুদ—ৰোদন |
| নী—নয়ন | মৃ—মৰণ | ভুজ্—ভোজন | দৃশ—দৰ্শন |

**টোকা** ঃ—লুট-প্ৰত্যয়ান্ত শব্দবোৰ সদায় ক্লীৱলিঙ্গ।

### ঘঞ্ ( অ )

ভাববাচ্যত ধাতুৰ পাচত ঘঞ্ প্ৰত্যয় হয়, ঘঞ্'ৰ অ যোগ হয়। যেনে—

| | | | |
|---|---|---|---|
| ভূ—ভাৱ ( হোৱা ) | লভ—লাভ | ৰুদ্—ৰোগ | শুচ্—শোক |
| ভুজ্—ভোগ | ত্যজ—ত্যাগ | নশ্—নাশ | হন—ঘাত |

**টোকা** ঃ—ঘঞ্-প্ৰত্যয়ান্ত শব্দবোৰ সদায় পুংলিঙ্গ।

### অচ্ ( অ )

ভাববাচ্যত ইকাৰান্ত আৰু ঈকাৰান্ত ধাতুৰ পাচত **অচ্** হয়, 'অচ্'ৰ অ যোগ হয়। যেনে—

জি—জয় চি—চয় ( সমষ্টি ) নী—নয় ( নীতি )

**টোকা** ঃ—অচ্-প্ৰত্যয়ান্ত শব্দ পুংলিঙ্গ, কিন্তু ভী+অচ—ভয় শব্দ ক্লীৱলিঙ্গ।

### অপ্ ( অ )

ভাববাচ্যত উ-উকাৰান্ত আৰু ঋ-কাৰান্ত ধাতুৰ পাচত **অপ্** প্ৰত্যয় হয়; অপ্'ৰ অ যোগ হয়। যেনে—

স্তু—স্তৱ ( স্তুতি ) ৰু—ৰব ( শব্দ ) ভূ—ভৱ ভৃ—ভৰ ( বোজা )

**টোকা** ঃ—অপ্-প্ৰত্যয়ান্ত শব্দ সদায় পুংলিঙ্গ।

## অনুশীলন

১। সংস্কৃতলৈ অনুবাদ কৰা :—

প্ৰহ্লাদৰ ভক্তিত ভগবান তুষ্ট হৈছিল। ৰাজহাঁহৰ গতি বৰ ধীৰ। সভাত বহুত শ্ৰোতা উপস্থিত আছিল। যুধিষ্ঠিৰ বৰ সত্যবাদী ( সত্যৱাদিন্ ) আছিল। মোৰ ৰাতি টোপনি নাহে। পুত্ৰকৰ শোকত দশৰথে প্ৰাণ এৰিছিল। এতিয়া জয়ৰ আশা নাই।

Disease ( ৰোগ ) is our great enemy. He was afflicted with sorrow ( শোক ) The husband ( ভৰ্তৃ ) of this woman is dead You will attain success ( সিদ্ধি ) There is some creator ( স্ৰষ্টৃ ) of the universe.

২। অসমীয়ালৈ অনুবাদ কৰা :—

প্ৰমাণং পৰমং শ্ৰুতিঃ। বুদ্ধিৰ্যস্য বলং তস্য। উদেতি সৱিতা তাম্ৰঃ। কিং কৰিষ্যন্তি ৱক্তাৰঃ শ্ৰোতা যত্ৰ ন ৱিদ্যতে। কৃতস্য কৰণং নাস্তি। পাদপানাং ভয়ং ৱাতাৎ। গুণী গুণং ৱেত্তি।

৩। তলত দিয়া শব্দবোৰৰ প্ৰকৃতি আৰু প্ৰত্যয় ভাঙি দেখুওৱা :—

ৱক্তা, প্ৰাৰ্থী, ৰোদনম্, নাশঃ, ভয়ম্।

৪। ভুল সংশোধন কৰা :—

শিশুঃ দুগ্ধং পীতম্। অত্ৰ সৰ্পাৎ ভয়ঃ ৱিদ্যতে। মাতৰি তস্য অচলঃ ভক্তিঃ। যুদ্ধে পাণ্ডৱানাং জয়ং ভৱিষ্যতি।

# কাৰক আৰু বিভক্তি প্ৰকৰণ

[ প্ৰথম ভাগত কাৰক আৰু বিভক্তিৰ চমু আভাস দিয়া হৈছে। ইয়াত আৰু কিছুমান প্ৰয়োজনীয় নিয়ম আৰু উদাহৰণ দিয়া গ'ল। ]

## কাৰক

### কৰ্তৃ-কাৰক

**স্বতন্ত্ৰঃ কৰ্ত্তা**— ক্ৰিয়া এটা সম্পন্ন হওঁতে যিয়ে প্ৰধানভাবে অংশ গ্ৰহণ কৰে বুলি কোৱা হয় সিয়ে কৰ্তৃ-কাৰক ; যেনে—

বালকঃ লিখতি, স্থালী পচতি, ইত্যাদি।

### কৰ্ম-কাৰক

১। **কৰ্তুৰীপ্সিততমং কৰ্ম**—কৰ্ত্তাই ক্ৰিয়াৰ জৰিয়তে যাক পাবলৈ প্ৰধানকৈ ইচ্ছা কৰে, সিয়ে কৰ্ম-কাৰক ; যেনে—

শিশুঃ দুগ্ধং পিবতি—কেচুৱাই গাখীৰ খাইছে।

ভৃত্যঃ বেতনং গৃহ্লাতি—চাকৰে দৰমহা লৈছে।

২। **অধি-শীঙ্স্থাসাং কৰ্ম**—অধি উপসৰ্গযুক্ত শী, স্থা আৰু আস্ ধাতুৰ অধিকৰণ কৰ্ম হয় ; যেনে—

ৰোগী শয্যাম্ অধিশেতে—বেমাৰীটোৱে বিচনাত শুইছে।

বৃদ্ধঃ গৃহমধিতিষ্ঠতি-অধ্যাস্তে—বুঢ়া মানুহজন ঘৰত আছে।

৩। **উপান্বধ্যাঙ্ বসঃ**—(উপ-অনু-অধি-আঙ্ বসঃ)—উপ, অনু,

অধি, আ উপসৰ্গৰ যোগত ৱস্ ধাতুৰ অধিকৰণ কৰ্ম হয়; যেনে—

উপৱসতি-অনুৱসতি-অধিৱসতি-আৱসতি ৱৈকুণ্ঠং হৰিঃ—হৰিয়ে বৈকুণ্ঠত বাস কৰে।

৪। **ক্ৰুধদ্ৰুহোৰুপসৃষ্টয়োঃ কৰ্ম**—উপসৰ্গযুক্ত ক্ৰুধ্ আৰু দ্ৰুহ্ ধাতুৰ সম্প্ৰদান কৰ্ম হয়; যেনে—

পিতা পুত্ৰম্ অভিক্ৰুধ্যতি—পিতাকে পুত্ৰেক খং কৰিছে।

দুৰ্য্যোধনঃ পাণ্ডৱান্ অভিদ্ৰুহ্যতি স্ম—দুৰ্য্যোধনে পাণ্ডৱসকলৰ দ্ৰোহ আচৰণ কৰিছিল।

## কৰণ-কাৰক

১। **সাধকতমং কৰণম্** —ক্ৰিয়া সাধনত কৰ্ত্তাৰ যিটো প্ৰধান সহায় সিয়ে কৰণ-কাৰক; যেনে—

নৰঃ কুঠাৰেণ ৱৃক্ষং ছিনত্তি—মানুহে কুঠাৰেৰে গছ কাটিছে।

বালকঃ লেখন্যা লিখতি—লৰাটোৱে কলমেৰে লিখিছে।

২। **দিৱঃ কৰ্ম চ**—দিৱ্ ধাতুৰ কৰণ-কাৰক বিকল্পে কৰ্ম-কাৰকো হয়; যেনে—

অক্ষৈঃ ( অক্ষান্ ) দীৱ্যতি—পাশা খেলিছে।

## সম্প্ৰদান-কাৰক

১। **কৰ্ম্মণা যমভিপ্ৰৈতি স সম্প্ৰদানম্**—কৰ্ত্তাই দানাৰ্থক ক্ৰিয়াৰ কৰ্মৰ দ্বাৰা যাক লক্ষ্য কৰে অৰ্থাৎ যাৰ উদ্দেশ্যে দান কৰে সিয়ে সম্প্ৰদান-কাৰক; যেনে—

ৰাজা পণ্ডিতেভ্যঃ ধনং দদাতি—ৰজাই পণ্ডিতক ধন দিছে।

দৰিদ্ৰায় অন্নং যচ্ছ—দুখীয়াক ভাত দিয়া।

২। **ক্রিয়য়া যমভিপ্রৈতি সোঽপি সম্প্রদানম্** (বা)—যাৰ উদ্দেশ্যে কোনো ক্রিয়া কৰা যায় সিয়ো সম্প্রদান হয়; যেনে—

পিতা পুত্রায কন্দুকম্ আনযতি—পিতাকে পুতেকলৈ বল আনিছে।

দূতঃ ৰাজ্ঞে নিৱেদযতি—দূতে ৰজাক জনাইছে।

৩। **ৰুচ্যৰ্থানাং প্রীয়মাণঃ**—ৰুচ্, স্বদ্ আদি প্রীতি-অর্থক ধাতুৰ প্রয়োগত যাৰ প্রীতি উৎপন্ন হয় সি সম্প্রদান হয়; যেনে—

হৰযে ৰোচতে ভক্তিঃ—ভক্তিয়ে হৰিৰ প্রীতি সাধন কৰে।

ব্যঞ্জনম্ ইদং মে স্বদতে—এই আঞ্জাখন মোৰ ভাল লাগিছে।

৪। **স্পৃহেৰীপ্সিতঃ**—স্পৃহি ধাতুৰ প্রয়োগত কৰ্ত্তাই যাক পাবলৈ ইচ্ছা কৰে সি সম্প্রদান হয়, যেনে—

ইযং বালা অলঙ্কাৰেভ্যঃ স্পৃহযতি—এই ছোৱালীজনীয়ে অলঙ্কাৰলৈ হেঁপাহ কৰিছে।

স্পৃহযামি খলু অস্মৈ—ইয়াক মোৰ ভাল লাগিছে।

৫। **ধাৰেৰুত্তমর্ণঃ**—ধাৰি-ধাতুৰ প্রয়োগত উত্তমর্ণ অর্থাৎ ধাৰ দিওঁতা সম্প্রদান হয়; যেনে—

ত্বং মহ্যং শতং ধাৰযসি—তুমি মোক এশ ৰূপ দিব লাগে।

৬। **ক্রুধদ্রুহেৰ্ষ্যাসূয়াৰ্থানাং যং প্রতি কোপঃ**—ক্রোধ-অর্থক দ্রোহ (অপকাৰ)-অর্থক, ঈর্ষ্যা-অর্থক আৰু অসূয়া (গুণত খুঁত উলিওৱা) অর্থক ধাতুৰ প্রয়োগত যাৰ প্রতি খং, অপকাৰ আদি প্রকাশ হয়, সি সম্প্রদান হয়; যেনে—

পিতা পুত্রায ক্রুধ্যতি—পিতাকে পুতেকক খং কৰিছে।

শঠঃ জনঃ সৰ্বস্মৈ দ্রুহ্যতি—দুষ্টলোকে সকলোৰে অন্যায় কৰে।

দৰিদ্রঃ ধনিনে ঈর্ষ্যতি—দুখীয়াই ধনীক ঈর্ষ্যা কৰে।

অসাধুঃ সাধৱে অসূয়তি—অসৎ লোকে সাধুৰ দোষ ধৰে।

## অপদান-কাৰক

১। **ধ্ৰুৱমপায়েঽপাদানম্**—দুটা পৰস্পৰ সংযুক্ত বস্তু বা ব্যক্তিৰ এটা আনটোৰপৰা আঁতৰি অহা বুজালে, যিটো স্থিৰ থাকে তাকে অপাদান কাৰক বোলে ; যেনে—

ৱৃক্ষাৎ পতন্তি পত্ৰাণি—গছৰপৰা পাতবোৰ পৰিছে।

স্থানাদস্মাদ্ অপসৰ—এই ঠাইৰপৰা আঁতৰি যোৱা।

২। **ভীত্ৰাৰ্থানাং ভয়হেতুঃ**—ভয় আৰু ৰক্ষা অৰ্থ বুজোৱা ধাতুৰ প্ৰয়োগত ভয়ৰ কাৰণ অপাদান কাৰক হয় ; যেনে—

পাপী মৃত্যোঃ বিভেতি—পাপীয়ে মৃত্যুক ভয় কৰে।

ত্ৰায়স্ব মাম্ অস্মাঃ ৱিপদঃ—মোক এই বিপদৰপৰা ৰক্ষা কৰা।

৩। **জনিকৰ্ত্তুঃ প্ৰকৃতিঃ**—জন, ভূ আদি ধাতুৰ কৰ্ত্তাৰ যিটো প্ৰকৃতি বা হেতু, অৰ্থাৎ য'ৰপৰা উৎপত্তি হয় সি অপাদান হয় ; যেনে—

ব্ৰহ্মণঃ প্ৰজাঃ প্ৰজায়ন্তে—ব্ৰহ্মাৰপৰা লোক সৃষ্টি হৈছে।

লোভাৎ ক্ৰোধঃ প্ৰভৱতি—লোভৰপৰা খং হয়।

৪। **ভুৱঃ প্ৰভৱঃ**—ভূ ধাতুৰ প্ৰয়োগত তাৰ কৰ্ত্তাৰ যিটো প্ৰভৱ অৰ্থাৎ প্ৰথম প্ৰকাশ পোৱা ঠাই সি অপাদান হয় ; যেনে—

হিমৱতো গঙ্গা প্ৰভৱতি—হিমালয়ৰপৰা গঙ্গা ওলাইছে।

৫। **আখ্যাতোপযোগে**—আখ্যাতা শব্দৰ অৰ্থ বক্তা বা শিক্ষক ; উপযোগ অৰ্থাৎ যথানিয়মে বিদ্যা গ্ৰহণ কৰা বুজালে আখ্যাতা অপাদান হয় ; যেনে—

শিষ্যঃ উপাধ্যায়াৎ অধীতে—শিষ্যই উপাধ্যায়ৰ ওচৰত পঢ়িছে।

## অধিকৰণ-কাৰক

**আধাৰঃ অধিকৰণম্**—কৰ্ত্তা আৰু কৰ্মৰ উদ্দেশ্যে সম্পাদিত ক্ৰিয়াৰ যি আধাৰ বা আশ্ৰয় সেয়ে অধিকৰণ কাৰক, যেনে—

ৰামঃ আসনে উপৱিশতি—ৰাম আসনত বহিছে।

স্থাল্যাং তণ্ডুলান পচতি—থালীত চাউল সিজাইছে (ভাত ৰান্ধিছে)।

(ক) অধিকৰণ তিনি প্ৰকাৰ:

১। **ঔপশ্লেষিক বা ঐকদেশিক**—গঙ্গায়াং স্নাতি - গঙ্গাত, অৰ্থাৎ তাৰ এক অংশত গা ধুইছে।

২। **বৈষয়িক**—ধৰ্মে [illegible] প্ৰবলা মতিঃ—ধৰ্মবিষয়ত [illegible] বৰ ৰাপ।

৩। **অভিব্যাপক**—সৰ্বস্মিন্ আত্মা অস্তি—আত্মা সকলোতে ব্যাপ্ত আছে।

### অনুশীলন

১। তলত দিয়া বাক্যবোৰ অসমীয়ালৈ ভাঙা :—

(তং) ৱিষীদন্তমিদং ৱাক্যমুৱাচ মধুসূদনঃ। ৱামনো বলিং ৱসুধাং যাচতে। যঃ পযো দোগ্ধি পাষাণং স ৱামাদ্ ভূতিমাপ্নুয়াৎ। শকুন্তলা অঙ্গুল্যা সখীং তৰ্জ্জযতি। কিং ৱস্ত্র ৱিদ্বন্ গুৱৱে প্ৰদেযম্। আৰ্যে, কথযামি তে ভূতাৰ্থম্। ভোজেন দূতো ৰঘৱে ৱিসৃষ্টঃ। ইযং স্বৰ্ণপুৰী লঙ্কা ন মে ৰোচতে লক্ষ্মণ। সংগাৎ সংজাযতে কামঃ। ন নিশ্চিতাৰ্থাৎ ৱিৰমন্তি ধীৰাঃ। ভৱন্তঃ ধৰ্মং শ্ৰোতুমিহাগতঃ। মৃত্যো বিভেষি কিং বাল? ন ভীতো মৰণাদ্ অস্মি। ক্ষমা শত্ৰৌ চ মিত্ৰে চ যতীনামেৱ ভূষণম।

২। ওপৰৰ বাক্যবোৰৰ তলত আঁচদিয়া পদবোৰৰ কাৰক নিৰ্ণয় কৰা।

৩। সংস্কৃতত অনুবাদ কৰা :—

মানুহজন ঘোঁৰাৰপৰা পৰিছিল। শিক্ষকে ছাত্ৰ দুজনক ঘৰলৈ পঠিয়াইছিল। সক লৰাই মিঠা বস্তু ভাল পায়। সীতাই ৰাবণৰ ভয়ত কঁপিছিল। তুমি মোৰ ওচৰত এহেজাৰ টকাৰ ধৰুৱা। চিকাৰীয়ে বাণেৰে হৰিণটো মাৰিছিল। দুখীয়াক দান দিয়া উচিত। শিষ্যই গুৰুৰ ওচৰত বেদ পঢ়িছে।

My father is angry with me. The king got down from the chariot. The sprout ( অঙ্কুৰ ) comes out of the seed. An old man lives in this hut. The girl is afraid of the cat Children do not like bitter things.

২। শুদ্ধ কৰা :—গৃহে অধিৱসতি বৃদ্ধঃ। প্ৰভুঃ ভৃত্যায অভিক্ৰুধ্যতি। মাতা পুত্ৰং ন ক্ৰুধ্যতি। নাহং ব্যাঘ্ৰং বিভেমি। ৰজকায ৱস্ত্ৰং দদাতি।

# বিভক্তি

## প্ৰথমা বিভক্তি

১। কৰ্মবাচ্যৰ কৰ্মত প্ৰথমা হয়; ইয়াকে উক্তে **কৰ্মণি প্ৰথমা** বোলে; যেনে—

ময়া এৱ নিহতাঃ এতে—মযে এওঁলোকক মাৰিছো।

গৃহিণী গৃহমুচ্যতে—গৃহিণীক ঘৰ বুলি কয়।

## দ্বিতীয়া বিভক্তি

১। **কৰ্মপ্ৰৱচনীয়যুক্তে দ্বিতীয়া**—প্ৰ, পৰা আদি উপসৰ্গবোৰ কেতিয়াবা বিশেষ অৰ্থত ধাতুৰ লগত নবহি অকলে প্ৰয়োগ হয়; তেতিয়া সিহঁতক কৰ্মপ্ৰবচনীয় বোলে; কৰ্মপ্ৰবচনীয়ৰ যোগত দ্বিতীয়া বিভক্তি হয়। যেনে :—

**অনু**— অনু হৰিং সুৰাঃ—দেৱতাসকল হৰিৰ তলত।

**অতি**—অতি দেৱান্ কৃষ্ণঃ—কৃষ্ণ দেৱতাসকলৰ ওপৰত।

**অভি**—অগ্নিম্ অভি পতঙ্গাঃ ধাৱন্তি—পোকবোৰ জুইৰ ফালে লৰিছে।

২। **অন্তৰান্তৰেণ যুক্তে**—অন্তৰা (মাজত) আৰু অন্তৰেণ (বিনে, সম্পৰ্কে)— এই দুই অব্যয়ৰ যোগত দ্বিতীয়া বিভক্তি হয়; যেনে—

অন্তৰা ত্বাং চ মাং চ কমণ্ডলুঃ—তোমাৰে মোৰ মাজত কমণ্ডলুটো (আছে)।
ত্বাম্ অন্তৰেণ অহং ক্ষণমপি ন জীৱামি—তুমি বিনে মই মুহূৰ্ত্তকালো নিজীও।
মাম্ অন্তৰেণ কিং ৱা পিতা চিন্তয়তি—মোৰ সম্পৰ্ক পিতাই বা কি ভাবিছে

৩। **কালাধ্বনোৰত্যন্তসংযোগে**—অত্যন্তসংযোগ অৰ্থাৎ ব্যাপি থকা বুজালে কাল আৰু অধ্বা অৰ্থাৎ বাট বুজোৱা শব্দৰ পাচত দ্বিতীয়া বিভক্তি হয়, যেনে—

**কালবাচক**—মাসং ব্যাকৰণমধীতে—এমাহ (জুৰি) ব্যাকৰণ পঢ়িছে।
স জীৱেৎ শৰদঃ শতম—তেও এশ বছৰ জীয়াই থাকক।

**অধ্ববাচক**—অয়ং গিৰিঃ যোজনম্ আয়তঃ—এই পাহাৰটো এক যোজন (আঠ মাইল জুৰি) দীঘল।
ক্ৰোশং কুটিলা নদী—দুই মাইল জুৰি নদীখন বেঁকাবেঁকি।

## তৃতীয়া বিভক্তি

১। কৰ্ম আৰু ভাববাচ্যৰ কৰ্ত্তাত তৃতীয়া বিভক্তি হয় (ক) ইয়াকে **অনুক্তে কৰ্ত্তৰি তৃতীয়া** বোলে, যেনে—

ৰামেণ হতো ৰাজা—ৰামৰ এটাই এজন ৰজাক মাৰিছিল।
নশ্যতে পাপিভিঃ সদাঃ—পাপীৰ সদায় বিনাশ হয়।

২। **অপৱৰ্গে তৃতীয়া**—ক্ৰিয়াৰ ফল লাভ হোৱা বুজালে ব্যাপ্তি

---

(ক) কৰ্ত্তৃকৰণযোস্তৃতীয়া।

অর্থত সময় আৰু ঠাই বুজোৱা শব্দৰ পাচত তৃতীয়া বিভক্তি হয়; যেনে—

বৰ্ষেণ ব্যাকৰণং পঠতি—এবছৰ ব্যাকৰণ পঢ়িছে।

ক্রোশেন পাঠঃ অধীতঃ—পাঠটো এক ক্রোশত (এক ক্রোশ বাট যাওঁতে) পঢ়া হল। (ইযাত পঢ়াৰ ফল পোৱা বুজাইছে)।

৩। **যেনাঙ্গবিকাৰঃ**—যি অঙ্গৰ বিকৃতিৰ দ্বাৰা শৰীৰৰ বিকৃতি লক্ষ্য কৰা হয় তাৰ পাচত অর্থাৎ সেই বিকৃত অঙ্গ বুজোৱা শব্দৰ পাচত তৃতীয়া বিভক্তি হয়; যেনে—

অসৌ বালকঃ কর্ণেন বধিৰঃ—সৌ লৰাটোৰ কাণ কলা।

পাদেন খঞ্জঃ জনঃ আযাতি—খোৰা মানুহজন আহিছে।

৪। **ইত্থম্ভূতলক্ষণে**—কোনো বস্তু বা ব্যক্তিক যি লক্ষণ বা চিনেৰে বুজোৱা হয় সেই লক্ষণবাচক শব্দৰ পাচত তৃতীয়া বিভক্তি হয়; যেনে—

জটাভিঃ তাপসং পশ্যামি—(মূৰত) জটাৰে তপস্বীজন দেখিছোঁ।

(ইয়াত, জটা থকা লক্ষণৰ দ্বাৰা হে তেওঁ যে তপস্বী এই কথা বুজা গৈছে)।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা:—

মানুহ দেৱতাতকৈ নীচ। ভাগ্যৰ গুণতে সকলো সম্ভৱ হয়। বিদ্যা নহলে সুখ নহয়। এমাহ জুৰি বৰষুণ দিছে। ভীমৰ দ্বাৰা কীচক নিহত হৈছিল। লাঠিৰ দ্বাৰা ব্রহ্মচাৰীজনক দেখিছিলো। তাৰ এটা চকু কণা। আকাশত জোন দেখা গৈছে।

Manthara was humpbacked. I read the Meghaduta in five days. God is above all. Please take your seat between the President and the Secretary. I have not seen you for a year.

২। ইংৰাজী বা মাতৃভাষাত অনুবাদ কৰা :—

মাসমেকং নৰো যাতি। স বাল আসীদ্ বপুষা চতুৰ্ভুজঃ। কালেন ফলতি দ্ৰুমঃ। ৰত্নং সমাগচ্ছতু কাঞ্চনেন। সহ মেঘেন তড়িৎ প্ৰলীয়তে। বাণিজ্যেন কাশ্মীৰান্ গতঃ। ধনৈঃ সৰ্বং হি সিধ্যতি। মহাজনো যেন গতঃ স পন্থাঃ। স্ৰোতসা নীয়তে নৌকা। ধৰ্মেণ হীনাঃ পশুভিঃ সমানাঃ।

৩। ওপৰৰ আঁচ দিয়া পদবোৰৰ বিভক্তি নিৰ্ণয় কৰা।

## চতুৰ্থী বিভক্তি

১। **ক্লৃপি সম্পদ্যমানে চ (বা)** -কৢপ্, ভূ, সম্-পদ আদি ধাতুৰ প্ৰয়োগত যি যি সম্পন্ন হয় তাৰ পাচত চতুৰ্থী হয়; যেনে –

অধৰ্মঃ নৰকায় ভৱতি—অধৰ্মৰপৰা নৰক হয়।

ধনং সুখায় কল্পতে—ধনৰপৰা সুখ হয়।

সাধোঃ শিক্ষা গুণায় সম্পদ্যতে—সাধুৰ শিক্ষা গুণকৰী হয়।

২। **মন্যকৰ্মণ্যনাদৰে বিভাষাঽপ্ৰাণিষু**—হেয়জ্ঞান কৰা বুজালে দিৱাদিগণীয় মন ধাতুৰ হেয়তা বুজোৱা কৰ্মত বিকল্পে চতুৰ্থী হয়; যেনে—

নাহং ত্বাং তৃণায় (তৃণং বা) মন্যে—মই তোমাক তৃণ কুটা যেনো নেদেখোঁ।

৩। **গত্যৰ্থকৰ্মণি দ্বিতীয়াচতুৰ্থ্যৌ চেষ্টায়ামনধ্বনি**—শাৰীৰিক চেষ্টা বুজালে গমনাৰ্থক ধাতুৰ কৰ্মত বিকল্পে চতুৰ্থী হয়; যেনে—

নীড়ায় (নীড়ং) যান্তি পক্ষিণঃ—চৰাইবোৰ বাহলৈ যায়।

**শাৰীৰিক** চেষ্টা নুবুজালে দ্বিতীয়া হয় ; যেনে—

মনসা হৰিং ৱজতি—মনেৰে হৰিৰ ওচৰলৈ যায।

৪। **ক্ৰিয়াৰ্থোপপদস্য কৰ্মণি স্থানিনঃ**—তুমুন-প্ৰত্যয়ান্ত ক্ৰিয়া প্ৰয়োগ নকৰিলে তাৰ কৰ্মত চতুৰ্থী হয় ; যেনে—

ৰামঃ ফলেভ্যো ৱনং যাতি—ৰামে ফল আনিবলৈ বনলৈ গৈছে।

( ফলেভ্যঃ = ফলানি আনেতুম্ )।

৫। **তুমৰ্থাচ্চ ভাৱৱচনাৎ**—তুমুন্-প্ৰত্যয়ান্ত ক্ৰিয়া ব্যৱহাৰ নকৰি তাৰ সলনি ধাতুৰ পাচত ভাববাচ্যৰ ঘঞ্, অপ্ আদি প্ৰত্যয় যোগ কৰি তেনে শব্দ ব্যৱহাৰ কৰিলে তাত চতুৰ্থী বিভক্তি হয়, যেনে—

গমনায় ( গন্তুং ) মনঃ ন কৰোতি—যাবলৈ মন নকৰে।

যাগায় ( যষ্টুম্ ) যাতি—যজ্ঞ কৰিবলৈ গৈছে।

## পঞ্চমী বিভক্তি

১। **'ল্যব্‌লোপে কৰ্মণ্যধিকৰণে চ'** (**বা**)—ল্যপ্-প্ৰত্যয়ান্ত পদ উহ্য থাকিলে তাৰ কৰ্ম বা অধিকৰণত পঞ্চমী হয়, যেনে—

**কৰ্মত**—ৱ্যাধঃ ৱৃক্ষাৎ পশ্যতি—চিকাৰীয়ে গছত উঠি চাইছে।

**অধিকৰণত**—আসনাদ্ ৱদতি ৱক্তা—বক্তাই আসনত বহি কৈছে।

ইয়াত ল্যবন্ত পদ লোপ নকৰিলে, ক্ৰমে 'ৱৃক্ষম্ আৰুহ্য' আৰু 'আসনে উপৱিশ্য' হব।

২। **পঞ্চমী বিভক্তি**—বিভক্তি, অৰ্থাৎ বিভাগ বা ভেদ বুজালে যাৰপৰা ভেদ বুজোৱা হয়, তাত পঞ্চমী হয় ; যেনে—

জীৱিতং মৰণাৎ শ্ৰেয়ঃ—মৃত্যুতকৈ জীৱন ভাল।

ধনাৎ ৱিদ্যা গৰীয়সী—ধনতকৈ বিদ্যা ডাঙৰ।

৩। অন্যাৰ্থক শব্দৰ যোগত, অৰ্থাৎ অন্য, ইতৰ, ভিন্ন আদি শব্দৰ যোগত পঞ্চমী বিভক্তি হয়; (১) যেনে—

মিত্ৰাদন্যঃ কো মাং ত্ৰাতুং সমৰ্থঃ—মিত্ৰৰ বাহিৰে আন কোনে মোক ৰক্ষা কৰিব পাৰিব?

তনয়ো জনকাৎ ন ভিন্নঃ—পিতাকতকৈ পুত্ৰ ভিন্ন নহয়।

৪। দিশ আৰু কালবাচক শব্দৰ যোগত পঞ্চমী হয়; (১) যেনে—

**দিশ**—হিমালয়াৎ দক্ষিণঃ বিন্ধ্যঃ—বিন্ধ্য পৰ্বত হিমালয়ৰ দক্ষিণে।

**কাল**—শয়নাৎ প্ৰাক্ [illegible]—শোৱাৰ আগতে পান খাবা।

৫। সীমা আৰু ব্যাপ্তি অৰ্থত 'আ' অব্যয়ৰ যোগত পঞ্চমী হয়, যেনে—

**সীমা**—আ সমুদ্ৰাৎ তস্য ৰাজ্যম্—তেওঁৰ ৰাজ্য সাগৰলৈকে।

**ব্যাপ্তি**—আ ৰাষ্ট্ৰাৎ দুৰ্ভিক্ষম্—ৰাজ্য ব্যাপি দুৰ্ভিক্ষ হৈছে।

৬। **পৃথগ্বিনানানাভিস্তৃতীয়াঽন্যতৰস্যাম্**—পৃথক্, বিনা আৰু নানা শব্দৰ যোগত দ্বিতীয়া, তৃতীয়া আৰু পঞ্চমী বিভক্তি হয়, যেনে—

হৰিঃ ৰামং ৰামেণ ৰামাৎ বা পৃথক্—হৰি ৰামতকৈ ভিন্ন।

দুঃখং দুঃখেন দুঃখাৎ বা বিনা সুখং ন ভৱতি—দুখ নকৰিলে সুখ নহয়।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

তেওঁলোক নগৰলৈ গৈছে। ভক্তিৰপৰা জ্ঞান হয়। বামে মাছ আনিবলৈ বজাৰলৈ গৈছে। ৰজাই অট্টালিকাৰপৰা চাইছে। জ্ঞান নহ'লে ভক্তি নহয়।

---

(১) অন্যাৰাদিতৰৰ্ত্তে দিকৃশব্দাঞ্চূত্তৰপদাজাহিযুক্তে

আজিৰপৰা মোৰ ঘৰ শূন্য। খোৱাৰ পাচত শুই থাকিবা। ভক্তিৰপৰা জ্ঞান হয়।

He has gone to Banaras for study. Bring flowers for worship. The boys are going to play. The traveller has left for his home. He is blind from his birth. The heart of Krishna is harder than adamant.

২। তলত আঁচটনা পদবোৰৰ বিভক্তি নিৰ্ণয় কৰা :—

সখি ৱাসন্তি, দুঃখায় ইদানীং ৰামস্য দৰ্শনম্। অনুজানীহি মাং গমনায়। উপদেশো হি মূৰ্খাণাং প্ৰকোপায, ন শান্তয়ে। অলম্ এণা ক্ষুধিতস্য (মে) তৃপ্ত্যৈ। আ পৰিতোষাদ্ ৱিদুষাম্। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। মম ৱচনাৎ অমাত্যং ব্ৰূহি। মৌনাৎ সত্যং ৱিশিষ্যতে। ইতৰো ৰাৱণাদেষঃ। আ মূলাৎ শ্ৰোতুমিচ্ছামি। ৱৰ্দ্ধনাৎ ৰক্ষণং শ্ৰেয়ঃ। জন্মনঃ প্ৰভৃতি ৱল্লভা তে লৱঙ্গিকা।

৩। ওপৰৰ বাক্যবোৰ অসমীয়া বা ইংৰাজীত অনুবাদ কৰা।

১। **ষষ্ঠী হেতুপ্ৰয়োগে**—হেতু বুজালে, হেতুবাচক শব্দ বাক্যত প্ৰয়োগ কৰিলে তাৰ পাচত ষষ্ঠী বিভক্তি হয়; যেনে—

অন্নস্য হেতোঃ স অত্ৰ ৱসতি—ভাত মুঠাৰ নিমিত্তে তেওঁ ইয়াত আছে।

২। **ষষ্ঠ্যতসৰ্থপ্ৰত্যয়েন**—দক্ষিণতঃ, উত্তৰতঃ, পুৰঃ, অধঃ ইত্যাদি শব্দৰ প্ৰয়োগত ষষ্ঠী বিভক্তি হয়; যেনে—

সমুদ্ৰস্য দক্ষিণতঃ লঙ্কা—লঙ্কা সাগৰৰ দক্ষিণ ফালে।

ৱৃক্ষস্য অধঃ সৰ্পস্তিষ্ঠতি—গছৰ তলত সাপ আছে।

৩। **দূৰান্তিকাৰ্থৈঃ ষষ্ঠ্যন্যতৰস্যাম্**—দূৰাৰ্থ আৰু অন্তিকাৰ্থ (ওচৰ বুজোৱা) শব্দৰ যোগত পঞ্চমী, ষষ্ঠী দুয়ো বিভক্তিয়েই হয়; যেনে—

গ্ৰামাৎ গ্ৰামস্য বা দূৰং নগৰম্—গাঁৱৰপৰা নগৰ দূৰত

এইদৰে 'অন্তিকম্'ও হয়।

৪। **অধীগৰ্থদয়েশাং কৰ্মণি**—অধিগৰ্থ অৰ্থাৎ স্মৰণাৰ্থক ধাতু, দয় আৰু ঈশ্ ধাতুৰ কৰ্মত বিকল্পে ষষ্ঠী হয়, যেনে

মাতুঃ—(মাতৰম্) স্মৰতি গোবিন্দঃ—গোবিন্দই মাতৃক স্মৰণ কৰিছে।

দীনস্য (দীনং) দয়তে সাধুঃ—সাধুৱে দুখীয়াক দয়া কৰে।

ৰাজা প্ৰজানাম্ (প্ৰজাঃ) ঈষ্টে—ৰজাই প্ৰজাসকলক শাসন কৰে।

৫। **কৰ্ত্তৃকৰ্মণোঃ কৃতি**—কৃৎ-প্ৰত্যয়ান্ত শব্দৰ প্ৰয়োগত কৰ্ত্তা আৰু কৰ্মত ষষ্ঠী বিভক্তি হয়, যেনে—

**কৰ্ত্তাত**—শিশোঃ শয়নম্—কেচুৱাৰ শোৱনি।

অশ্বস্য গতিঃ—ঘোঁৰাৰ বেগ।

ইয়াত কৃদন্ত শব্দ 'শয়নম্' আৰু 'গতিঃ'—এই পদ দুটা প্ৰয়োগ নকৰা হলে—'শিশুঃ শেতে', 'অশ্বঃ গচ্ছতি,'—বাক্য দুটা এনেকুৱা হ'লহেঁতেন।

**কৰ্মত**—পয়সঃ পানম্—গাখীৰ খোৱা।

গুৰোঃ সেৱা—গুৰুৰ পৰিচৰ্য্যা।

ইয়াত কৃদন্ত শব্দ 'পানম্' আৰু 'সেৱা'; কৃৎ যোগ নকৰা হলে—'পয়ঃ পিবতি', 'গুৰুং সেৱতে'—বাক্য দুটা এনেকুৱা হ'লহেঁতেন।

৬। **উভয়প্ৰাপ্তৌ কৰ্মণি**—ধাতু কৃৎ-প্ৰত্যয়ান্ত হৈ প্ৰয়োগ হলে

যদি তাৰ কৰ্ত্তা আৰু কৰ্ম দুয়োটাই বাক্যত থাকে, তেতিয়া অকল কৰ্মতহে ষষ্ঠী হব ; কৰ্ত্তাত তেতিয়া তৃতীয়া হব। যেনে—

শিষ্যেণ গুৰোঃ সেৱা—শিষ্যৰ গুৰু-সেৱা।

৭। শতৃ, শানচ্, ক্ত, ক্তৱতু, তুমুন্, ক্ত্বাচ্, ল্যপ, আদি কিছুমান কৃৎ প্ৰত্যয়ৰ যোগত কৰ্ত্তা বা কৰ্মত ষষ্ঠী নহয় (১) ; যেনে—

**শতৃ**—বালকঃ হসন্ চলতি—লৰাটোৱে হাহি হাহি গৈছে।

**শানচ্**—বালিকা শযানা পঠতি—ছোৱালীজনীযে শুই শুই পঢ়িছে।

**ক্ত**—শিশুঃ সুপ্তঃ—কেচুৱাটোৱে শুইছে।

**ক্তৱতু**—ত্বমেতৎ কৃতৱান্—তুমি এইটো কৰিছিলা।

**তুমুন্**—ৱামনঃ চন্দ্ৰং গ্ৰহীতুমিচ্ছতি—বাওনাই জোনটো ধৰিব খুজিছে।

**ক্ত্বাচ্**—ত্বং গৃহং গত্বা জলং পিৱ—ঘৰলৈ গৈ পানী খাবা।

**ল্যপ্**—পুত্ৰঃ পিতৰং প্ৰণম্য উৱাচ—পুতেকে পিতাকক নমস্কাৰ কৰি কলে।

৮। **ক্তস্য চ ৱৰ্ত্তমানে**—বৰ্ত্তমান কালত প্ৰয়োগ হোৱা ক্ত-প্ৰত্যয়ৰ যোগত ষষ্ঠী হয় : যেনে—

মম এতৎ ৱিদিতম্—মই এইটো জানো।

৯। **নপুংসকে ভাৱ উপসংখ্যানম্**—ভাববাচ্যত প্ৰয়োগ হোৱা ক্ত-প্ৰত্যয়ৰ যোগত কৰ্ত্তাত বিকল্পে ষষ্ঠী হয় ; যেনে—

মম ( মযা ) পতনম্ ; বালকস্য ( বালকেন ) হসিতম্।

১০। **কৃত্যানাং কৰ্ত্তৰি ৱা**—কৃত্য-প্ৰত্যয়ৰ যোগত কৰ্ত্তাত তৃতীয়া আৰু ষষ্ঠী দুয়ো বিভক্তিয়েই হয় ; যেনে—

মম ( ময়া ৱা ) এতৎ কৰ্ত্তৱ্যম্—এইটো মোৰ কৰ্ত্তব্য।

সৰ্ব্বেষাং ( সৰ্ব্বৈঃ ৱা ) অতিথিঃ পুজ্যঃ—অতিথি সকলোৰে পুজ্য।

---

( ১ ) ন লোকাৱ্যয়নিষ্ঠাখল র্থতৃণাম।

১১। তৃপ্তি-অৰ্থক ধাতুৰ কৰণত তৃতীয়া আৰু ষষ্ঠী দুয়ো বিভক্তিৰে প্ৰয়োগ হয়; যেনে—

ন অগ্নিঃ তৃপ্যতি কাষ্ঠানাম্ ( কাষ্ঠৈঃ )—কাঠেৰে জুইৰ তৃপ্তি নপলায়।

স অপাং ( অদ্ভিঃ ) তৃপ্তঃ—তেও পানীৰে তুষ্ট।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

দয়াৰ সমান ধৰ্ম নাই। গুৰু আমাৰ সদায় নমস্য। বশিষ্ঠাশ্ৰম গুৱাহাটীৰ দক্ষিণে। আমাৰ গাঁৱৰ ওচৰত এটা শিৱৰ মন্দিৰ আছে। মই আজি মাতৃৰ কথা সুঁৱৰিছোঁ। পিতা তীৰ্থ দৰ্শন কৰিবলৈ গৈছে। সেই কথাত আমাৰ মত নাই। এনে কথা তুমি নকৰা।

For what reason did you not come? I remember my childhood Greed is the source of sin She lived in a cottage far from the town. A learned man is worshipped by all. I am satisfied with milk.

২। অসমীয়ালৈ ভাঙা আৰু তলত আঁচটনা পদবোৰৰ বিভক্তি নিৰ্ণয় কৰা :—

কামঃ কামানাম্ উপভোগেন ন শাম্যতি। ইয়ং হি ব্ৰহ্মণঃ সৃষ্টিঃ। ন নৰস্য নৰো দাসঃ। বিস্মৃতং কস্য হেতোঃ। অসাধ্যং নাম মনোভুৱঃ। অহমেৱ মতো মহীপতেঃ। তেষাং দয়সে ন কস্মাৎ? ন স পুত্ৰঃ সতাং মতঃ। গাত্ৰাণাম্ অনীশঃ অস্মি। হা দেৱি, স্মৰসি ৱা তস্য প্ৰদেশস্য? মৰণং প্ৰকৃতিঃ শৰীৰিণাম্।

## সপ্তমী বিভক্তি

১। **সাধ্বসাধুপ্ৰয়োগে চ ( বা )**—সাধু আৰু অসাধু শব্দৰ যোগত সপ্তমী হয় ; যেনে—

কৃষ্ণঃ মাতৰি সাধুঃ—কৃষ্ণ মাকৰ হিতাকাঙ্ক্ষী।

২। **নিমিত্তাৎ কৰ্মযোগে**—কৰ্মৰ লগত নিত্য সম্বন্ধ থাকিলে নিমিত্তবাচক শব্দৰ পাচত সপ্তমী হয় ; যেনে—

চৰ্মণি দ্বীপিনং হন্তি—ছালৰ নিমিত্তে ফুটুকী বাঘ মাৰিছে।

দন্তয়োঃ হন্তি কুঞ্জৰম্—দাঁতৰ কাৰণে হাতী মাৰিছে।

ইয়াত নিমিত্তবাচক শব্দ 'চৰ্মন্' আৰু 'দন্ত' ; কৰ্মপদ 'দ্বীপিনম্'—ইয়াৰ লগত 'চৰ্মন্' ( চাল )ৰ নিত্য সম্বন্ধ , 'কুঞ্জৰম্'—ইয়াৰ লগত 'দন্ত' ( দাঁত )ৰ নিত্য সম্বন্ধ।

৩। **যস্য চ ভাৱেন ভাৱলক্ষণম্**—যাৰ অৰ্থাৎ যি কৰ্ত্তা বা কৰ্মৰ ক্ৰিয়াৰ কালৰ দ্বাৰা অন্য ক্ৰিয়াৰ কাল সূচিত হয়, তাৰ পাচত সপ্তমী বিভক্তি হয় ; কৰ্ত্তা বা কৰ্মপদটো সপ্তমীত ব্যৱহাৰ হলে ক্ৰিয়া পদটো উপযুক্ত কৃৎ-প্ৰত্যয়ৰ যোগত কৰ্ত্তা বা কৰ্মৰ বিশেষণ হয় ; ইয়াকে সংক্ষেপে **ভাৱে ৭মীও** বোলে। যেনে—

চৌৰে গতে গৃহস্থঃ প্ৰবুধ্যতে—চোৰ যোৱাত গৃহস্থই সাৰ পাইছে।

গোষু দুহ্যমানাসু তে গতাঃ—গাই খীৰাই থাকোঁতে তেওঁলোক গ'ল।

৪। **ষষ্ঠী চানাদৰে**—যাৰ অৰ্থাৎ যি কৰ্ত্তা বা কৰ্মৰ ক্ৰিয়াৰ কালৰ দ্বাৰা অন্য ক্ৰিয়াৰ কাল নিৰূপিত হয় তাৰ প্ৰতি অনাদৰ বা

অৱজ্ঞা বুজালে তাৰ পাচত ষষ্ঠী আৰু সপ্তমী দুয়ো বিভক্তিয়ে হয় ; যেনে—

ৰুদতি পুত্ৰে ( ৰুদতঃ পুত্ৰস্য ৱা ) পিতা ৱনং জগাম—কান্দি থকা পুতেকক অৱহেলা কৰি পিতাক বনলৈ গ'ল।

৫। ৱি-শ্বস্, স্নিহ্ আদি ধাতু বা তাৰপৰা উৎপন্ন হোৱা শব্দৰ যোগত যাৰ প্ৰতি বিশ্বাস, স্নেহ আদি কৰা যায় তাত সপ্তমী হয় ; যেনে—

কিং নু খলু বালেঽস্মিন স্নিহ্যতি মে মনঃ—এই ল'ৰাটোৰ কিয়নো থাক মোৰ মৰম লাগিছে।

অস্তি মে এতেষু স্নেহঃ—এইলোকসকলৰ প্ৰতি মোৰ মৰম আছে।

কথং ত্বয়ি ৱিশ্বাসঃ—তোমাক বিশ্বাস কৰা কেনেকৈ ?

হে ভগৱতি, ময়ি প্ৰসীদ—হে ভগৱতী, মোৰ প্ৰতি তুষ্ট হোৱা।

## অনুশীলন

১। সংস্কৃতলৈ অনুবাদ কৰা :—

সেইলোকে সাপটো ছালৰ কাৰণে মাৰিছিল। সেই ব্যাকৰণত পাৰ্গত (সাধু)। পৰ্বতৰ ভিতৰত হিমালয় ডাঙৰ। সকলোৱে লোক ধন কামনা কৰে। শঠ লোকক বিশ্বাস নকৰিবা।

They were satisfied with me The mother loves her child. The sun having set, the birds returned to their nests. The thief stole away the necklace, while the master of the house was looking on. He is proficient in mathematics.

২। তলত আঁচটনা পদবোৰৰ বিভক্তি নিৰ্ণয় কৰা :—

প্ৰীতিৰেনা কথং ৰামো ৰাজা স্বাময়ি জীৱতি। কেশেষু চমৰীং হন্তি।

উপকাৰিষু যঃ সাধুঃ সাধুত্বে তস্য কো গুণঃ। স চ স্নিহ্যত্যাৱযোঃ। ত্বয়ি বিশ্বসিতি

মে হৃদযম্। বুদ্ধিমৎসু নৰাঃ শ্ৰেষ্ঠাঃ। সৰ্ব্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ। পশ্যতঃ বকমূৰ্খস্য নকুলো খাদতি সুতান্।

৩। ওপৰৰ বাক্যবোৰ অসমীযালৈ ভাঙা।

৪। বিভক্তি আৰু কাৰকৰ প্ৰভেদ কি ?

৫। উদাহৰণ দি বুজাই লিখা :—অব্যযযোগে ১মা ; ভাৱে ৭মী ; অনাদৰে ৬ষ্ঠী, ল্যব্লোপে ৫মী ; হেতৌ ৩য়া ; অত্যন্তসংযোগে ২যা , তাদৰ্থ্যে ৪ৰ্থী।

৬। শুদ্ধ কৰা :—অসৌ জনঃ পৃষ্ঠস্য কুব্জঃ। ধনস্য অন্তৰেণ সুখং ন ভৱতি। পিতা পুত্ৰস্য সহ গচ্ছতি। ভোজনস্য প্ৰাক্ হস্তৌ প্ৰক্ষালযেৎ। ৰাজা সুৱৰ্ণং দানং কৰোতি। সমুদ্ৰাৎ উত্তৰতঃ ভাৰতৱৰ্ষম। দেৱি মহ্যং প্ৰসন্না ভৱ। নদীভ্যঃ গঙ্গা শ্ৰেষ্ঠা।

---

# তদ্ধিত-প্ৰকৰণ

প্ৰাতিপদিকৰ পাচত বেলেগ বেলেগ অৰ্থত কিছুমান প্ৰত্যয যোগ হৈ নতুন শব্দ গঠিত হয। এই প্ৰত্যয়বোৰক **তদ্ধিত** বোলে। সংস্কৃত ভাষাত তদ্ধিত প্ৰত্যয বহুত: তাৰে প্ৰচলিত আৰু উজু চাই কেইটামানৰ উদাহৰণ দিয়া হল :—

[ প্ৰত্যযবিলাকৰ নামকৰণ পাণিনিৰ মতে কৰা হৈছে ]

১। **এওঁ তেওঁৰ বংশধৰ বা সন্তান ( অপত্য )**—এই অৰ্থত **অণ** ( অ ), **ইঞ্** ( ই ), **যঞ্** ( য ), **ণ্য** ( য ), **ছ** ( ঈয় ), **ঢক্** ( এয ), **ফক্** ( আযন ) আদি প্ৰত্যয হয :—

**অণ্** ( অ )—মনু—মানব, ৰঘু—ৰাঘৱ শিৱ—শৈৱ, কশ্যপ—কাশ্যপ পাণ্ডু—পাণ্ডৱ, পুত্ৰ—পৌত্ৰ ( নাতি ), বসুদেৱ—বাসুদেৱ, পৃথা—পাৰ্থ

**ইঞ্** ( ই )—দশৰথ—দাশৰথি, সুমিত্ৰা—সৌমিত্ৰি, বৰুণ—বাৰুণি।

**যঞ্** ( য্ )—জমদগ্নি—জামদগ্ন্য, গৰ্গ—গাৰ্গ্য, পুলস্ত—পৌলস্ত্য।

**ণ্য** ( য )—দিতি—দৈত্য, অদিতি—আদিত্য, প্ৰজাপতি—প্ৰাজাপত্য।

**ছ** ( ঈয )—স্বসৃ—স্বস্ৰীয ( ভাগিন )।

**ঢক্** ( এয় )—গঙ্গা—গাঙ্গেয় ( ভীষ্ম ), বিনতা—বৈনতেয ( গৰুড় ), কুন্তী—কৌন্তেয, বিমাতৃ—বৈমাত্ৰেয ( সতিয়ৈ ভাই )।

**ফক্** ( আযন )—নৰ—নাৰাযণ।

২। তলত দিয়া তদ্ধিত প্ৰত্যয়বোৰ ভাবাৰ্থে হৈছে—

**অণ্**—শিশু—শৈশৱ, গুৰু—গৌৰৱ, লঘু—লাঘৱ, শুচি—শৌচ, সুৰভি—সৌৰভ, মৃদু—মাৰ্দৱ।

**ষ্যঞ্** ( য )—ধীৰ—ধৈৰ্য্য, বীৰ—বীৰ্য্য, সহায়—সাহায্য, বাল—বাল্য, শীত—শৈত্য, মধুৰ—মাধুৰ্য্য।

২। ভাবাৰ্থত **ত্ব, তল্** (তা), **ইমন্** আদি প্ৰত্যয়ো হয়; যেনে—

**ত্ব, তল্**—গুৰু—গুৰুত্ব, গুৰুতা; লঘু—লঘুত্ব, লঘুতা; বন্ধু—বন্ধুত্ব, বন্ধুতা সাধু—সাধুত্ব, সাধুতা ইত্যাদি।

**ইমন্**—নীল—নীলিমন্, গুৰু—গৰিমন্, বক্ৰ—বক্ৰিমন্, মধুৰ—মধুৰিমন্, অ —অণিমন্, (সূক্ষ্মভাব), মহৎ—মহিমন্ [ইমন্ প্ৰত্যয়ান্ত শব্দবো পুংলিঙ্গ।]

৪। **তেন তুল্যং ক্ৰিয়া চেৎ ৱতিঃ**—সাদৃশ্য অৰ্থত **ৱতি** প্ৰত্যয় হয়; ৱতিৰ ৱৎ যোগ হয়; ৱতি-প্ৰত্যয়ান্ত শব্দ অব্যয়।

পিতৃ—পিতৃৱৎ (পিতৃৰ দৰে), সমুদ্ৰ—সমুদ্ৰৱৎ, সৰ্প—সৰ্পৱৎ।

সৰ্পৱৎ চেষ্টতে বীৰঃ—বীৰে সাপৰ দৰে ধৰফৰ কৰিছে।

মাতৃৱৎ পৰদাৰেষু পশ্যতি—লোকৰ তিৰোতাক মাতৃ যেন জ্ঞান কৰে।

৫। পৰিমাণ বুজালে যদ্, তদ্, এতদ্ আদি সৰ্বনামৰ পাচত **ৱতুপ্** প্ৰত্যয় হয়; ৱতুপ্'ৰ ৱৎ যোগ হয়।

যদ্—যাৱৎ (যিমান পৰিমাণ), তদ্—তাৱৎ (সিমান পৰিমাণ), এতদ্—এতাৱৎ (ইমান পৰিমাণ)।

৬। **তদস্যাস্ত্যস্মিন্নিতি মতুপ্**—(তৎ অস্য অস্তি অস্মিন্ ইতি) সেইটো ইয়াৰ আছে, সেইটো ইয়াত আছে—এই অৰ্থত **মতুপ্** প্ৰত্যয় হয়। মতুপ্'ৰ মৎ থাকে।

বুদ্ধি—বুদ্ধিমৎ, ধী—ধীমৎ, শ্ৰী—শ্ৰীমৎ, অংশু—অংশুমৎ (সূৰ্য্য)।

(ক) অকাৰান্ত, আকাৰান্ত, অন্তত স্পৰ্শবৰ্ণ থকা আৰু উপধাত অ বা ম থকা শব্দৰ পাচত মতুপ্ হলে, 'ম' ৰ ঠাইত 'ৱ' হয়।

জ্ঞান—জ্ঞানৱৎ, ধন—ধনৱৎ, ৱিদ্যা—ৱিদ্যাৱৎ, দয়া—দয়াৱৎ, আত্মন্—আত্মৱৎ, ভাস—ভাস্বৎ, লক্ষ্মী—লক্ষ্মীৱৎ।

৭। **অস্মায়ামেধাস্রজো বিনিঃ**—অস্-ভাগান্ত শব্দ, মায়া,

মেধা আৰু স্ৰজ্ শব্দৰ পাচত অস্তি অৰ্থত ৱিনি প্ৰত্যয় হয়। ৱিনি'ৰ ৱিন্ থাকে ; যেনে—

তেজস্—তেজস্বিন্, যশস্—যশস্বিন, মায়া—মায়াৱিন্, মেধা—মেধাৱিন্, স্ৰজ্—স্ৰগ্বিন্ ( মালাধাৰী )।

৮। অস্তি অৰ্থত শব্দৰ পাচত **ইনি** প্ৰত্যয় হয় ; 'ইনি'ৰ ইন্' যোগ হয় ; যেনে—

জ্ঞান—জ্ঞানিন্, ত্যাগ—ত্যাগিন্, গুণ—গুণিন, মান—মানিন্ ইত্যাদি।

৯। বিকাৰ, ব্যাপ্তি আদি অৰ্থত **ময়ট্** প্ৰত্যয় হয়, 'ময়ট্'ৰ ময় যোগ হয় , যেনে—

স্বৰ্ণস্য বিকাৰঃ—স্বৰ্ণময়. , মৃদঃ বিকাৰঃ—মৃন্ময়ঃ ; হিৰণ্যস্য বিকাৰঃ —হিৰণ্ময়ঃ , জলেন ব্যাপ্তম্—জলময়ম্ , তমসা ব্যাপ্তম্—তমোময়ম।

১০। **পঞ্চম্যাস্তসিল্**—পঞ্চমী বিভক্তিৰ অৰ্থত প্ৰাতিপদিকৰ পাচত **তসিল্** যোগ হয় ; 'তসিল্'ৰ তস্ যোগ হয় ; যেনে—

অশ্বাৎ—অশ্বতঃ , নভসঃ—নভস্তঃ , সৰ্বস্মাৎ—সৰ্বতঃ।

## অনুশীলন

১। সংস্কৃতত অনুবাদ কৰা :—

এই আঙঠিটো সোণেৰে তৈয়াৰী। দেশৰ নেতাসকল মেধাবী হব লাগে। মূৰত মালা থকা মানুহজনলৈ চোৱা। দশৰথৰ পুত্ৰ ৰাম বনলৈ গৈছিল। লৰাকালতে বিদ্যা উপাৰ্জন কৰা উচিত।

The daughter should also be educated like the son ( পুত্ৰৱৎ ). My nephew lives with me. He believed in my goodness. The pitcher is made of gold. Be a famous man.

২। শুদ্ধ কৰা :—

প্ৰহ্লাদঃ পৰমঃ ভক্তিমান্ আসীৎ। ইদং হিৰণ্যময়ম্ অঙ্গুৰীয়কম। জমদগ্ন্যঃ পিতৃভক্তঃ আসীৎ।

৩। **অসমীয়ালৈ ভাঙনি কৰা :—**

প্ৰায়ো ধনৱতামেৱ ধনে তৃষ্ণা গৰীয়সী। হিৰণ্ময়েন পাত্ৰেণ সত্যস্য পিহিতম্ (বন্ধ) মুখম্। বিদ্বত্বঞ্চ নৃপত্বঞ্চ নৈৱ তুল্যে কদাচন। এতাৱান্ অস্য মহিমা জাতং বসময়ং জগৎ। গুণী গুণং ৱেত্তি। বুদ্ধিমৎসু নৰঃ শ্ৰেষ্ঠঃ।

## তদ্ধিত প্ৰত্যয় আৰু বিশেষণৰ তাৰতম্য

১। **তৰপ্, ঈয়সুন্**—দুটা বস্তুৰ মাজত এটাৰ উৎকৰ্ষ ব অপকৰ্ষ বুজাবলৈ হলে বিশেষণৰ পাচত তৰপ্ বা ঈয়সুন্ প্ৰত্য যোগ হয়, তৰপ্'ৰ তৰ আৰু ঈয়সুন্'ৰ ঈয়স্ যোগ হয়; যেনে— গুৰু—গুৰুতৰ, গৰীয়স্।

২। **তমপ্, ইষ্ঠন্**—দুটাতকৈ বেছি বস্তু' মাজত এটাৰ উৎক বা অপকষ বুজাবলৈ হলে বিশেষণৰ পাচত তমপ্ বা ইষ্ঠন্ প্ৰত্যয় যোগ হয; 'তমপ্'ৰ তম আৰু 'ইষ্ঠন্'ৰ ইষ্ঠ যোগ হয়। যেনে— গুৰু—গুৰুতম, গৰিষ্ঠ।

তৰপ্ আৰু তমপ্ প্ৰত্যয় যোগ কৰিলে বিশেষণৰ আকাৰৰ বিশেষ পৰিবৰ্ত্তন নহয়, কিন্তু ঈয়সুন্ আৰু ইষ্ঠন্ প্ৰত্যয়ৰ যোগত কিছুমান বিশেষণৰ আকৃতিৰ বিশেষ পৰিবৰ্ত্তন হয়।

কেইটামান ঈয়সুন্ আৰু ইষ্ঠন্ প্ৰত্যয়ান্ত শব্দ—

| | ঈয়সুন্ | ইষ্ঠন্ | | ঈয়সুন্ | ইষ্ঠন্ |
|---|---|---|---|---|---|
| **উৰু** (বিস্তৃত)— | ৱৰীয়স্ | ৱৰিষ্ঠ | **বৃদ্ধ** (বুঢ়া, জ্ঞানী)— | ৱৰ্ষীয়স্ | ৱৰ্ষিষ্ঠ |
| **গুৰু** (ডাঙৰ)— | গৰীয়স্ | গৰিষ্ঠ | | জ্যায়স্ | জ্যেষ্ঠ |
| **দীৰ্ঘ** (দীঘল)— | দ্ৰাঘীয়স্ | দ্ৰাঘিষ্ঠ | **যুৱন্** (ডেকা)— | যৱীয়স্ | যৱিষ্ঠ |
| **দূৰ** (দূৰ)— | দৱীয়স্ | দৱিষ্ঠ | | কনীয়স্ | কনিষ্ঠ |